# শ্ৰীমদ্ভগৱদ্গীতা

বা

# শ্ৰীকৃষ্ণগীতা



কবি ৺গোবিন্দ মিশ্ৰ ভণিত



হৰিনাৰায়ণ দত্ত বৰুৱা সা[illegible]

সম্পাদিত

প্ৰকাশক :
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা এম্‌-এ,
দত্তবৰুৱা এণ্ড কোম্পানী
নলবাৰী : গুৱাহাটী

১১শ সংস্কৰণ
ইং ১৯৭৬ চন

মূল্য—৯'০০ টকা মাত্ৰ

মুদ্ৰণ :
উষা প্ৰেছ
নলবাৰী : অসম

# আগকথা

"সাধুসকলৰ অৱশেষ উক্তিয়েই আমাৰ কথা"

—সাধু তুকাৰাম।

মহাভাৰতৰ সময়ত কুৰুক্ষেত্ৰত কুৰু-পাণ্ডৱৰ ভিতৰত যি মহাসমৰ হৈছিল, তাত ৰণ কৰিবলৈ প্ৰস্তুত হোৱা আত্মীয়-স্বজনক অৰ্জ্জুনে দেখি ৰণ কৰিবলৈ তেওঁৰ ইচ্ছা নোহোৱা হয়, ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনৰ মোহ দেখি নানা উপদেশ দি অৰ্জ্জুনৰ মোহ নষ্ট কৰে। অৰ্জ্জুনে শ্ৰীকৃষ্ণৰপৰা উপদেশ পাই ৰণ কৰাটো স্বধৰ্ম্ম বুলি বুজি পায় আৰু ৰণ কৰিবলৈ সম্মত হয়। ৰণৰ সময়ত শ্ৰীকৃষ্ণই অৰ্জ্জুনক দিয়া উপদেশকেই গীতা শাস্ত্ৰ বুলি আমি বহুতে বিশ্বাস কৰোঁ। আমাৰ দেশত বহুত ডাঙৰ ডাঙৰ পণ্ডিতেও ইয়াকে সমৰ্থন কৰে আৰু কিছুমান পণ্ডিতে গীতাৰ ব্যাখ্যাও এইদৰে কৰে।

অতি গৌৰৱৰ কথা—আমাৰ অসমৰ গাঁৱৰ বহুত ভক্তে গীতাৰ অৰ্থ কিন্তু এইদৰে গ্ৰহণ নকৰে। প্ৰায় পঁয়ত্ৰিশ বছৰমান আগত এাদনাথন বাঁহীৰাম মহন্ত নামে সামান্য লিখা-পঢ়া শিকা ওচৰৰ গাঁৱৰ কোচ জাতীয় এজন ভকত আমাৰ সচঙলৈ আহিছিল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ দেৱৰ আদেশত আমাৰ পূৰ্ব্বপুৰুষ মধুনাৰায়ণ দলৈ আতাৰ স্থাপিত সৎসঙ্গী মঠৰ * লগত এওঁৰ এটাৰ নোৱাৰা সম্বন্ধ আছিল। ভকতজনে মোক ভ্ৰাতৃৰদৰে স্নেহ কৰিছিল। তেওঁৰ লগত মোৰ গীতাৰ সামান্য আলাপ

* ১৬৮১ শকত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ দেৱে দিয়া তামৰ ফলিত "মঠ" বুলি উল্লেখ কৰিছে। আজি-কালি "গোসাঁইঘৰ", "সচং" হে বোলা হয়।

হওঁতেই তেওঁ কবলৈ ধৰিলে—"বাপা, আমাৰ হৃদয়খনেই কুৰুক্ষেত্ৰ; কাম, ক্ৰোধ, লোভ, মোহ, হিংসা, মিছা, ব্যভিচাৰ অহঙ্কাৰ আদি গৌৰৱ আৰু সত্য, শৌচ, দয়া ক্ষমা, সৰলতা আদি পাণ্ডৱ। আমাৰ হৃদয়ত এই দুই শ্ৰেণী ভাৱৰ ভিতৰত অনবৰত ৰণ হৈয়ে আছে। আমাৰ জীৱনটোৱে অৰ্জ্জুন— ৰথৰ ৰথীৰ দৰে আমাৰ দেহ-ৰথৰ অধিপতি তেওঁ। ইন্দ্ৰিয়বোৰে তেওঁক চলায়। কুৰুক্ষেত্ৰ সমৰত অৰ্জ্জুনে শ্ৰীকৃষ্ণক সাৰথি লোৱাৰ দৰে জীৱে শুদ্ধ বুদ্ধিক আশ্ৰয় কৰিলে সংযত হব পাৰে আৰু জীৱে সংসাৰত জয়ী হব পাৰে। বাপা, আমি এই ভাবেহে গীতা পঢ়োঁ; ইয়াৰ অৰ্থ অতি গহন—আমি বহুত কথা বুজিব নোৱাৰো। তোমালোকৰ পূৰ্ব্বপুৰুষ গীতাৰ সেৱক; তুমি অৰ্থ বিচাৰিলে পাবা—দূৰৈত যাব নালাগে।" গীতাৰ আধ্যাত্মিক অৰ্থ এয়াৰ হলেও পেহাতে উক্ত ভকতৰ পৰাই ইয়াক শুনাৰ আমাৰ সৌভাগ্য ঘটিছিল।

আমাৰ দেশৰ বাঁহিৰাম ভকতৰ দৰে ভকতসকলে গীতাৰ অৰ্থ যিদৰে গ্ৰহণ কৰিছিল আৰু বৰ্ত্তমানেও কিছুমানে গ্ৰহণ কৰে—এনে অৰ্থকেই ভাৰতৰ বহুত উদাৰ নৈতিক পণ্ডিতে লয়। তেওঁলোকে কয় —"মোহ নষ্ট হোৱা অৰ্জ্জুনে পুনৰ কিৰূপে ৰণ চলাব? হিংসা বা প্ৰতিহিংসাৰ আশ্ৰয় নৈ আক্ৰমণ বা বধ কৰিব কিৰূপে? গীতাৰ শিক্ষা লৈ মানুহ দেৱভাৱাপন্ন নহৈ আসুৰী ভাৱ কিৰূপে লয়? মহাভাৰত এখন ধৰ্ম্মপুথি, গীতা তাৰ এটা বিশেষ অঙ্গ, গতিকে গীতাক ইতিহাস হিচাবে বিচাৰ কৰা যুক্তি বিৰুদ্ধ।

গীতা এখন উপনিষৎ—ইয়াত ব্ৰহ্মবিদ্যা বিষয়ৰ কৰ্ম্মযোগ আলোচনা কৰিছে। ইয়াত পোনে পোনে ব্ৰহ্মৰ বিষয় প্ৰশ্ন নকৰি এখন ৰণৰ উপমাৰ আশ্ৰয় লৈ আৰম্ভ কৰিছে। শ্ৰীকৃষ্ণ-অৰ্জ্জুন সকলোৰে পৰিচিত আৰু কুৰুক্ষেত্ৰৰ সমৰো সকলোৰে সুবিদিত; সে কাৰণে

"কৃষ্ণ-অৰ্জ্জুন সংবাদ" ৰূপে গীতাত ব্ৰহ্মৰ আলোচনা কৰিছে। ইয়াত শ্ৰীকৃষ্ণ গুৰু, অৰ্জ্জুন শিষ্য। হৃদয়ক কুৰুক্ষেত্ৰৰ লগত তুলনা কৰিছে ; দেহ ৰথ স্বৰূপ, ৰথী অৰ্জ্জুন বা আত্মা, সাৰথি শ্ৰীকৃষ্ণ বা বুদ্ধি, ৰথৰ ঘোঁৰা হৈছে ইন্দ্ৰিয়বোৰ আৰু ঘোঁৰাৰ লাগাম মন।

গীতাত আত্মা আৰু দেহৰ সম্বন্ধ বুজাইছে আৰু বৈদিক যাগ-যজ্ঞ কৰ্ম্মবহুল জীৱন-যাপনৰ নিয়ম নহৈ অনাসক্তভাৱে কৰ্ম্ম কৰিবলৈ আদেশ দিছে। ফলত্যাগ কৰি কৰ্ম্ম কৰাই সমাধিস্থ হোৱা। মানুহৰ দৈৱী আৰু আসুৰী বৃত্তিবোৰৰ যুদ্ধৰ কথাকে লক্ষ্য কৰি উপদেশ দিছে— "তুমি যুদ্ধ কৰা ; জ্ঞানৰ অস্ত্ৰ লোৱা আৰু সেই অস্ত্ৰেৰে হৃদয়ৰ অজ্ঞান দূৰ কৰি সমভাৱ লোৱা।" দৈৱী পথত চলাৰ সহায়ৰ বাবে শাস্ত্ৰবিধি মানিবলৈ অৰ্থাৎ জ্ঞানী সাধু পুৰুষৰ প্ৰবৰ্তিত সংযম পথ অনুকৰণ কৰিবলৈ উপদেশ দিছে।

শেষত সকলো ধৰ্ম্ম ত্যাগ কৰি কেৱল ভগৱানত শৰণ লবলৈ আদেশ কৰিছে ; আৰু পৰোপকাৰৰ বাবে কৰা কৰ্ম্মকেই সৰ্বোৎকৃষ্ট কৰ্ম বা নিষ্কাম কৰ্ম আৰু ইয়াকে যজ্ঞাৰ্থে কৰা কৰ্ম বুলিছে। এই কৰ্ম ভগৱানত অৰ্পণ কৰি কৰায়েই সৰ্বধৰ্ম ত্যাগ বা সন্ন্যাস বোলে।

সংসাৰত মানুহৰ কৰ্ত্তব্য কি ? কৰ্ম কিদৰে কৰি চলিব লাগে— গীতাত তাৰ উপদেশ আছে। গীতাৰ শিক্ষা লৈ মানুহে শুভাশুভ ত্যাগ কৰিব পাৰে ; সকলো প্ৰাণীতে নিৰ্বৈৰ হব পাৰে আৰু ভগৱানৰ লগত যোগ হব পাৰে।

আমাৰ দেশৰ দেশীয় ভাষাত গোবিন্দ মিশ্ৰই পদ্যত আৰু ভট্টদেৱে গদ্যত ( কথা গীতা ) গীতাৰ ভাঙনি কৰে। গোবিন্দ মিশ্ৰৰ গীতাত মূলৰ কথাৰ লগত আন কথাও মাজে মাজে যোগ হৈছে ; কিন্তু

ভট্টদেৱৰ কথা-গীতাত মূলৰ কথাৰ লগত বেচি যোগ হোৱা নাই। গোবিন্দ মিশ্ৰৰ গীতা পদ্যত ৰচিত হোৱাত সৰ্ব্বসাধাৰণৰ মাজত বৰ বেচিকৈ চলে। কথা গীতাৰ ভাষা কিছু টান আৰু কিছু সংক্ষিপ্ত যেনও লাগে। বোধকৰো সেই কাৰণে প্ৰধান প্ৰধান সত্ৰৰ বাহিৰে ইয়াৰ বিচাৰি পাবলৈ টান। পদ গীতাতবৰ বেচি প্ৰচাৰ দেখি অনেকৰ দ্বাৰা অনেকবাৰ নকল কৰা হৈছে আৰু তাৰ ফলত যেই সেই দুখন পুথিৰ পাঠ ভালেখিনি অমিল দেখা যায়। কোনো কোনো পুথিত নতুন নতুন পদ সুমাই পুথিৰ কলেৱৰো বঢ়াইছে।

গীতা আমাৰ সংসঙ্গী মথৰ থাপনাৰ পুথি; আমাৰ পিতৃদেৱেও এখন গীতা নকল কৰি পাঠত ৰাখিছিল। পদ গীতাখন কণ্ঠস্থ ৰখাৰ ৰীতি এটা আমাৰ বংশ পৰম্পৰা চলিও আছিল। কিন্তু আমি ওপৰত উল্লেখ কৰা বাঁহিৰাম ভকতক লগ লোৱাৰ পাচতহে গীতালৈ আমাৰ মন পৰে। তাৰ পাচত আমি আমাৰ নাম-ঘৰত চাওঁ যে আমাৰ পূৰ্ব্বৰ সঞ্চিত গীতা নষ্ট হৈ গৈছে। তেতিয়াৰ পৰা আমি ভাল সাঁচীপতীয়া পদ গীতা বিচাৰো; কিন্তু দুখৰ বিষয়, কেইবা বছৰেও ভাল আখৰৰ সম্পূৰ্ণ গীতা আমাৰ হাতত নপৰিল। শেষত থাপনাত আন পুথি থোৱা হল আৰু পাঠৰ বাবে ছপা কৰা গীতা ৰখা হল।

গোবিন্দ মিশ্ৰৰ গীতা কেইবাজনেও ছপা কৰে; কিন্তু এই গীতা-বোৰৰো মিল নাই। আমি পণ্ডিত শ্ৰীযুত লক্ষ্মীনাথ শৰ্ম্মা আৰু পণ্ডিত শ্ৰীযুত খগেশ্বৰ শৰ্ম্মা (যোৰহাটৰ বৰকটকী কোম্পানীৰ প্ৰকাশিত) দুজনে সম্পাদন কৰা পদগীতা দুখন পঢ়িছিলো। আন আন পুথিৰ দৰে এই দুখনৰো মাজে মাজে অমিল আছে। পোনতে ভাল পুৰণি পুথি নাপাই উক্ত পণ্ডিত দুগৰাকীয়ে সম্পাদন কৰা পুথি দুখনকে লৈ পাঠ মিলাই প্ৰকাশ কৰিছিলো; এইবাৰ বৰপেটাৰ পৰা এখন ভাল

আখৰৰ পূৰণি পুথি আনি মিলাই ছপা কৰিলোঁ। গোবিন্দ মিশ্ৰদেৱে গীতামাহাত্ম্যৰ সুকীয়াকৈ লিখা নাছিল; ১৮ শ অধ্যায়ৰ ভিতৰতেই গীতামাহাত্ম্যৰ আৱশ্যকীয় কথাখিনি উল্লেখ কৰিছে। শ্ৰীযুত খগেশ্বৰ বিদ্যাবিনোদদেৱে তেখেতৰ সম্পাদিত গীতাত নিজে গীতামাহাত্ম্যৰ পদ কৰি যোগ কৰি দিছে; আমি অনাৱশ্যক বোধে ইয়াত নিদিলোঁ।

গ্ৰন্থকাৰ নিজে নামৰ বাহিৰে আন একো পৰিচয় দিয়া নাই। কিছুমানে এওঁক শ্ৰীমাধৱদেৱৰ সমসৰ বোলে; কিছুমানে আকৌ ভাগেখিনি সময়ৰ পাচৰ বোলে। মহাপুৰুষ শ্ৰীমাধৱদেৱে তেবাৰ অমূল্য ৰত্ন নামঘোষাত গীতাৰ শিক্ষাকেই প্ৰাধান্য দিছে, আনকি কিছুমান ঘোষাত গীতাৰ কথা স্পষ্ট কৰি উল্লেখো কৰিছে। বোধকৰো সেই কাৰণে সেই সময়ত গীতাৰ অনুবাদৰ সিমান আৱশ্যক বোধ কৰা নাছিল। গীতাৰ ভাষাও শঙ্কৰী যুগৰ ভাষাতকৈ আধুনিক যেন লাগে। দৰঙ্গৰাজ মহাৰাজ বলিনাৰায়ণ আৰু তেওঁৰ বংশৰ পৰৱৰ্তী কেইবাজন ৰজাৰ দিনত মহাভাৰতৰ কেইটামান পৰ্ব, গীত-গোবিন্দ আদি পুথিৰ অনুবাদ হয়; সম্ভৱতঃ গোবিন্দ মিশ্ৰয়ো সেই সময়তেই গীতাৰ পদ কৰিছিল। গোবিন্দ মিশ্ৰক কিছুমানে দৰঙ্গ অঞ্চলৰ আৰু কিছুমানে বৰপেটা মহকুমাৰ কাপলা গাৱঁৰ বুলি কয়। মিশ্ৰৰ ঘৰ কাপলাত থকা অসম্ভৱ নহব পাৰে; আৰু মহাৰাজ বলিনাৰায়ণ ৰজা উজাই যাওঁতে তেওঁৰ লগত আন আন পণ্ডিতৰ সৈতে হয়তো এবোঁ দৰঙ্গ পাব পাৰে।

যোৱা ১৯।১১।৪৫ তাৰিখে কামৰূপৰ হাজিবাসী সত্ৰৰ গোস্বামী এজনৰ লগত গোবিন্দ মিশ্ৰৰ বিষয় আলোচনা কৰোতে তেখেতে অনুগ্ৰহ কৰি লিপিঠিত দিয়া বংশলতাখন দিছে।

অজ্ঞানন্দ

|

জয়ানন্দ ভূঞা ( কোচ ৰজাই কনৌজৰ পৰা আনে )

|

ধৰ্ম্মৰাজ ভূঞা

|

হৰিচৰণ ( শ্ৰীশ্ৰীহৰিদেৱৰ শিষ্য )

|

দামোদৰ (জাগাৰী) | হৰিমিশ্ৰ (সন্ন্যাসী) | মাধৱ মিশ্ৰ (কৈহাটি) | কৃষ্ণ মিশ্ৰ | ৰাম মিশ্ৰ

|

ৰঘুনাথ | গোবিন্দ মিশ্ৰ ডালা ( মঙ্গলদৈৰ কালাই গাৱঁৰ ওচৰ ) | মুৰাৰি মিশ্ৰ বালিসত্ৰ

৫ম বছৰ ৯ম সংখ্যাৰ আৱাহনত শ্ৰীযুত নলিনীকুমাৰ মিশ্ৰদেৱেও গোবিন্দ মিশ্ৰৰ এখন বংশলতা প্ৰকাশ কৰিছে ; এই বংশলতা থকা গোবিন্দ মিশ্ৰই গীতাকাৰ হলে তেওঁৰ পুতেক শ্ৰীৰামচন্দ্ৰ ভবানীপুৰীয়া গোপাল আতাৰ শিষ্য হোৱা সম্ভৱপৰ নহব ; কিয়নো পীতাম্বৰ * ভট্টাচাৰ্য্য মহাৰাজ নৰনাৰায়ণৰ সময়ৰ ; গোপাল আতা মহাৰাজ নৰনাৰায়ণৰ সমসাময়িক শ্ৰীমন্ত শঙ্কৰ মাধৱৰ সময়ৰ । এনে অৱস্থাত পীতাম্বৰৰ অধস্তন ৫ম পুৰুষ ( মিশ্ৰই প্ৰকাশ কৰা মতে) গোবিন্দ মিশ্ৰৰ পুত্ৰ শ্ৰীৰামচন্দ্ৰে গোপাল আতাৰ পৰা ধৰ্ম্ম ধৰা সম্ভৱপৰ নহয়।

---

* পাণ্ডুৰ প্ৰতাপ ভূঞাৰ গুৰু চিলাৰায়ে গৌড়ৰ পৰা অনা। (১৪৪ পৃ: কোচবিহাৰৰ ইতিহাস।)

আমাৰ মনে হালধিবাৰীৰ গোস্বামীয়ে দিয়া বংশলতাই বেচি বিশ্বাসযোগ্য। কবিয়ে এই গীতা লিখোঁতে নানা টীকা-ভাষ্য পঢ়ি সেইবোৰৰ সমন্বয় কৰি নিজ ভাষাত প্ৰকাশ কৰিলে; যেনে—

শঙ্কৰী ভাষ্যৰ মতক আলোচি
টীকা চাই হনুমন্ত।
আনন্দগিৰিৰ টীকা যে স্বামীৰ
দুইবো জিজ্ঞাসিয়া মত ॥ ৩২

এইদৰে টীকা-ভাষ্যবোৰৰ সাৰ সংগ্ৰহ কৰি জনসাধাৰণে বুজিব পৰাকৈ লিখোঁতে ঠায়ে ঠায়ে বৰ্ণনা বহুল হব পাৰে বুলি কবিয়ে সন্দেহ কৰি লিখিছে:—

শ্লোক অৰ্থ চাই পদ বঢ়া পাই
দোষ নধৰিবা মোক।
দূষণ সিদ্ধান্তে শঙ্কা পদ কৈলো
সুগমে বুজোক লোক ॥ ৩৫

দ্বাদশ অধ্যায়ত ভক্তৰ লক্ষণ এনে সহজ ভাৱে লিখিছে :—

প্ৰিয় ভৈলে তাহাতো নোহয় আনন্দিত।
অপ্ৰিয়ত দ্বেষ নকৰয় কদাচিত ॥
শোক নকৰয় ধন পুত্ৰ ভৈলে নাশ।
নাপাইবাৰ বস্তুও নকৰে অভিলাষ ॥
শুভাশুভ পাপ পুণ্য দুইকো ত্যাগ কৰে।
ঈশ্বৰ চৰণ মাত্ৰ কেৱলে সুমৰে ॥

পুৰতো মিত্ৰতে বুদ্ধি শত্ৰুতো সিঠান ।
সেহিমতে সম হৈব মান অপমান ॥
সুখ দুখ শীত উষ্ণ দুইতো সমমতি ।
পুত্ৰ দাৰা গৃহত নাহিকে আসকতি ॥
হৰিষ বিষাদ নাহি স্তুতি নিন্দা শুনি ।
সেহিসে পৰম ভক্ত তাকে বুলি মুনি ॥ ৫৩৬৪

আমাৰ সম্পাদনাত নানা ত্ৰুটী ঘটাৰ সম্ভৱ। সুধীজনৰ হাতত আমাৰ দোষ নিশ্চয় ধৰা পৰিব। আশা কৰো সদাশয় সুধীসকলে যেতিয়া আমাৰ যি ত্ৰুটী দেখে, আঙুলিয়াই দি কৃতজ্ঞতা পাশে আবদ্ধ ৰাখিব ।

নলবাৰী
২১ কাতি, ৫০০ শকাব্দ

বিনীত
শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা

শ্রীকৃষ্ণায় নমঃ

# শ্রীমদ্ভগবদ্‌গীতা

—ঃ*ঃ—

মঙ্গলাচৰণ

## ছুলড়ী

প্ৰথমে গুৰুক নমস্কাৰ কৰো
শিৰ দিয়া চৰণত।
যাৰ উপদেশে জ্ঞানক প্ৰকাশে
গুচিল অবিদ্যা যত॥
শুদ্ধ সত্ত্ব মতি কৃষ্ণত ভকতি
পাদপদ্মে নিষ্ঠা যাৰ।
ছদ্মবেশ ধৰি মহাভাগৱত
লোকক কৰা নিস্তাৰ॥১
কৃষ্ণ পাদপদ্ম মকৰন্দ পানে
ভক্তি-ভাৱে হৈয়া মত্ত।
বাসুদেৱ বুদ্ধি সবাকে দেখয়
জ্ঞানৰ বুজিয়া তত্ত্ব॥

কায় বাক্য মনে গুৰুৰ চৰণে
নতি কৰো থাকি দূৰে ।
চুম্বক মণিৰ সন্নিধান পায়া
লোহা যেনমতে ঘূৰে ॥২
মই কোন চাৰ কৃষ্ণক পাইবাৰ
যাহাৰ প্ৰসাদে জ্ঞান ।
চৰণত নতি নছাৰোক মতি
ত্ৰাহি গুৰু ভগৱান ॥
জয় জয় দেৱ চৰণে বন্দোহো
নাৰায়ণ নিৰাকাৰ ।
সুৰ নৰ মুনি ধ্যানত নপাৱে
ৰূপ দেখা নাহি যাৰ ॥৩
ছয়গোটা তৰ্কে বাদ কৰি মৰে
নপাৱয় পৰিচ্ছেদ ।
সাক্ষাতে ব্ৰহ্মক কহিতে নপাৱে
সিসে মুখে কহে বেদ ॥
আপোনাৰ মায়া আশ্ৰয় কৰিয়া
সংসাৰ স্ৰজয় স্বামী ।
যত চৰাচৰ ব্ৰহ্মা মহেশ্বৰ
সবাহাৰে অন্তৰ্য্যামী ॥৪
মৎস্য-কূৰ্ম্ম আদি যত অৱতাৰ
ঈশ্বৰৰ অংশ নিষ্ট ।

বসুদেব ঘরে ব্যক্ত ভৈলা আসি
সেহি পূর্ণব্রহ্ম কৃষ্ণ ।
সে নন্দনন্দন জগতবন্দন
চরণে শরণ লৈলো ।
কৃষ্ণর পদর মধুলোভ আশে
সে ধনে বিক্রয় গৈলো ॥৫
মিথ্যে যে কহয় ভব দুখময়
চরণে নেবিয়ো দায়া ।
চৌরাশী নরক গৃহে থাকি ভুঞো
গুচায়ো সংসার মায়া ॥
যিটো গৃহবাস ভার্য্যাবেসে দাস
কহিলো পরম আর্য্যা ।
বানরক যেন নর্ত্তকে নচারে
স্বামীক নচারে ভার্য্যা ॥৬
মোর পুত্র দার বস্ত্র অলঙ্কার
কেনমতে ভালে খাই ।
রাত্রি দিনে মন কৈত পাইবো ধন
এহি সমাধিতে যায় ।
যিটো নারীরূপ যেন অন্ধকূপ
আমি তাতে অন্ধমতি ।
নরগোটা দ্বারে মূত্র স্নেহ বহে
তাহাতে করোহো রতি ॥৭

এহি হৌক ভাল থাকো চিৰকাল
যেহেন স্বপ্ন পৰায়।
সূৰ্য্যকান্তি যেন চন্দ্ৰ ৰশ্মি পাইলে
সন্ধ্যাবেলা গলি যায়॥
শুনা সভাসদ মহা হাস্যাস্পদ
মোহিলে কিনো অজ্ঞানে।
জল মল দ্বাৰ দুয়োটা দুৰ্গন্ধ
তভো তাকে সুখ মানে॥৮
পৰৰ জীউক বিহা কৰি আনি
তাতে কৰৈ বহু ভোগ।
তাহাক লাগিয়া বাপ মাৱ এৰে
তেজয় বন্ধু-বান্ধৱ॥
স্নেহ সমে লাল মুখে চুম্পি পিয়ে
অমৃত সমান জ্ঞানে।
কৰ্ণে কূট কথা জল্পিয়া কহয়
গুৰু-মন্ত্ৰ বুলি মানে।
মাংসতে অপৰ মাংস মিলাৱয়
দুখকে মানয় হিত।
অন্ধকাৰ প্ৰায় প্ৰৱৰ্ত্তিয়া যায়
অবিচাৰে বিপৰীত॥
সংসাৰ স্বৰূপে গৃহ অন্ধকূপে
তল গৈলো নিতে নিত।

কৃষ্ণৰ চৰণ সংসাৰ তৰণ
ইটো কোন প্ৰায়শ্চিত্ত ॥১০
ইটো অধৰ্ম্মক নামক নলাগে
খণ্ডাইবো সংযম দ্বাৰে।
শৃগালক লাগি সিংহক নলাগে
কুকুৰে খেদাইতে পাৰে ॥
অপাৰ সংসাৰ সুখে হোৱে পাৰ
যিটো স্মৰে ৰাম বাণী।
কাকক লাগিয়া সুবৰ্ণৰ কাণ্ড
যেন নকৰয় হানি ॥১১
ঈশ্বৰৰ নাম কেহো নোহে সম
কেৱলে মোক্ষৰ হেতু।
স্মৰণ মাত্ৰকে দহে নিৰন্তৰে
পাতকৰ ধূমকেতু ॥
গীতাত আছয় সৰ্ব্বশাস্ত্ৰ অৰ্থ
লৈবাহা বিচাৰি চাই।
গীতা-সমুদ্ৰত সাস্থোৰ মেলিলো
গুৰু কৃপা অল্প পাই ॥১২
যতী ব্ৰহ্মচাৰী গৃহী বানপ্ৰস্থ
চাৰিবো আশ্ৰম ধৰ্ম্ম।
চাৰিবো লক্ষণ আচাৰ কহিবা
যাৰ যেনমতে কৰ্ম্ম।

ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি
বৰ্ণৰ আচাৰ যত।
কৰ্ম্ম ক্ৰিয়া দান স্বধৰ্ম্ম কহিবা
ভক্তিৰো কহিবা তত্ত্ব ॥১৩
সাংখ্য কৰ্ম্মযোগ অষ্টাঙ্গ কহিবা
প্ৰবৃত্তি নিবৃত্তি পথ।
জ্ঞান ভক্তি দুইৰো সমস্তে কহিবা
দৈৱী আসুৰীৰ মত।
ন্যায় মীমাংসাৰ শ্ৰুতি পুৰাণৰো
বেদান্তৰ যত নয়।
তন্ত্ৰ আগমৰ বেদ শিৰোভাগ
গীতাত সবে আছয় ॥১৪
সগুণ নিৰ্গুণ সাকাৰ চিন্তন
বৈৰাগ্যৰ যেন মত।
বদ্ধমুক্ত জীৱ দেহাত্মা কহিবা
সকাম নিষ্কাম তত্ত্ব ॥
দেৱাসুৰে সিন্ধু মন্দৰ মথিলা
যেন লক্ষ্মী ব্যক্ত ভৈলা।
সৰ্ব্বশাস্ত্ৰ-অস্ত্ৰ গূঢ় মন্ত্ৰভাগ
ভাৰতে কৃষ্ণ কহিলা ॥১৫
ব্যাস আদি কৰি যত ঋষিগণ
শাস্ত্ৰ কহিলন্ত জ্ঞান।

সবাৰো সংশয় এতেকে ছেদয়
গীতাক কৰি প্ৰমাণ।
মাতৃসে জানয় কাৰ বীৰ্য্যে পুত্ৰ
যেন নজানয় আনে।
ঈশ্বৰ মুখৰ যত বেদবাক্য
জানিবাক পাৰে কোনে॥১৬
শঙ্কৰী ভাস্কৰী মতক আলোচি
টীকা চাহি হনুমন্ত।
আনন্দগিৰিৰ সুবোধিনী টীকা
চাৰিৰো জিজ্ঞাসি তত্ত্ব।
চাৰি টীকা চাই যিমানে বুজিলো
মতি অনুসাৰে লৈলো।
কৃষ্ণ চৰণত হৈয়া অনুগত
শ্লোক ভাঙ্গি পদ কৈলো॥১৭
শ্লোক অৰ্থ চাই পদ বঢ়া পাই
নিন্দা নকৰিবা মোক।
দূষণ সিদ্ধান্ত শঙ্কা পদ কৈলো
সুবোধে বুজোক লোক।
যিটো হনুমন্ত আপুনি মহেশ
সৰ্ব্বজ্ঞতা আতিশয়।
পূৰ্ব্বাপৰ যত দূষণ সিদ্ধান্ত
তেহেসে দিলা নিৰ্ণয়॥১৮

যুগ যে ত্ৰেতাত ঈশ্বৰ কৃপাত
অৰ্থ জানি মহাভাগে।
ৰাহি ভাষ্য হন্তে ভক্ত হনুমন্তে
টীকা কৰিলন্ত আগে॥
পদ্ম নেত্ৰদল ভকত বৎসল
ভক্তবাক্য ৰাখি নিষ্টে।
দ্বাপৰ শেষত কলিৰ আন্তত
পাৰ্থক কহিলা কৃষ্ণে॥১৯
দেখা কেনে ভাব ভক্তিৰ প্ৰভাৱ
যশোদা ব্ৰহ্মাক বান্ধে।
ৰাধাৰ পাৰক হৃদিত ধৰিয়া
গোপীক বহিলা কান্ধে॥
কদম্বে চৰিলা হ্ৰদত পৰিলা
দংশিলেক কালী বীৰে।
ভৃত্য বুলি ভভো নিৰ্ভয় দিলন্ত
পদচিহ্ন থৈলা শিৰে॥২০
বস্ত্ৰক খুজিল ধোবা গালি দিলা
তভো তাক কৃপা কৈলা।
চৰবেক মাৰি বস্ত্ৰ লৈলা কাঢ়ি
মৰি চতুৰ্ভুজ ভৈলা॥
পথে যাইতে কুব্জী ৰামকৃষ্ণ খুজি
পিন্ধিলা তাইৰ চন্দন।

সাক্ষাতে ব্রহ্মৰ সন্ত্রে ধৰিলেক
তাঙ্ক দিলা আলিঙ্গন ॥২১
জাতিত চণ্ডাল স্পর্শযোগ্য নয়
যাক বোলে সর্ব্ব নৰে।
ভক্তিত বিক্রয় গৈয়া দয়াময়
হৰি থাকে তাৰ ঘৰে ॥
বনবাসে আছে ৰাজা যুধিষ্ঠিৰ
ৰাজ্য এৰি দুখ পায়।
অযুতেক শিষ্য সহিতে দুর্ব্বাসা
ভিক্ষা মাগিলন্ত যায় ॥২২
তোক অন্ন দিবো মোৰ কিনো ভাগ্য
স্নান কৰা ঋষিগণ।
দ্রৌপদাক বোলে দুর্ব্বাসা আসিল
শীঘ্রে সাজ কৰা অন্ন ॥
দ্রৌপদী বোলয় মাগি আনা চাউল
আগে বাদ্ধি-বাঢ়ি খাইলো।
যিবা অগ্নিদত্ত থালীগোট আছে
ধুই-পখালিয়া থৈলো ॥২৩
থালী সুধুইলে মই সুভুঞ্জিলে
লক্ষকে ভুঞ্জাইতে পাৰো।
যড়ৰস অন্ন যতেক লাগয়
ততেক দিবাক পাৰো ॥

অন্নক নপাইলে দুর্ব্বাসা শাপত
পাণ্ডুকুল ভস্ম যায়।
কৃষ্ণ ব্যতিরেকে দুর্ব্বাসা-সাগরে
ত্রাণকর্ত্তা কোনো নাই ॥২৭
ভক্তর সংশয় জানি কৃপাময়
তেক্ষণে আসিয়া ভৈল।
কৃষ্ণ বোলে কিবা ভক্ষ্য দিতে পারা
ভোখে মোর প্রাণ গৈল॥
বোলন্ত দ্রৌপদী আগে বান্ধি খাই
থালীক পথালি থৈলো।
দুর্ব্বাসাতো চাই তোমার বাক্যত
সমূলক্ষে ভল গৈলো ॥২৫
কৃষ্ণ বোলে কিবা থালীর কুষিত
অন্ন লাগি আছে তাতে।
চাহিয়া দ্রৌপদী কণ এক শাক
আনি দিলা কৃষ্ণ হাতে॥
কৃষ্ণর সন্তোষে ত্রৈলোক্য সন্তোষ
সেহিকণ শাক খাই।
দুর্ব্বাসার ক্ষুধা সমস্তে গুচিলা
তিলমাত্র ক্ষুধা নাই॥২৬
দুর্ব্বাসা বোলন্ত এতমাত্র ক্ষুধা
গুচি গৈলা কোন কাজে।

আগ-পাচ চাই সমস্তে পলাই
শীঘ্রে অন্তবিলা লাজে ॥
কতো বেলি মানে গুণিয়া পারন্ত
দুর্ব্বাসা যে মহাজ্ঞানী।
জানিলো সম্প্রতি পাণ্ডৱক প্রতি
তুষ্ট ভৈলা কৃষ্ণ স্বামী ॥২৭
হেনয় বন্ধুৰ করুণা সিন্ধুৰ
চৰণে শৰণ লৈলো।
কৃষ্ণ-সেৱকৰ পদধূলি লৈয়া
মই কৃতকৃতা ভৈলো ॥
গীতা শাস্ত্ৰখান সমুদ্ৰ সমান
ভতো গহ কৈলো আতি।
অদৃশ্য ব্রহ্মাণ্ড যেন পাইবে খোজে
যোগ আৰম্ভিয়া যতী ॥২৮
যদি সাঙ্গে পূৰ্ণ কৰিতে নাপাৰে
ঈশ্বৰত হুউক মতি।
যেন গঙ্গাযাত্ৰী পথে প্ৰাণ এৰে
তভো পাৱে তীৰ্থ-গতি ॥
গোবিন্দ মিশ্ৰে কয় তেজিয়া সংশয়
ৰাম কৃষ্ণ মুখে স্মৰা।
সঙ্গে আছে কাল এবা আল জাল
সুখে সংসাৰক তৰা ॥২৯

## পদ

পুনৰপি কৃষ্ণক মোহোৰ নমস্কাৰ।
প্ৰবন্ধে গীতাৰ পদ কৰিবো প্ৰচাৰ॥
জ্ঞানী সাধু ব্ৰাহ্মণক নমস্কাৰ মোৰ।
মধ্যস্থজনক লাগি কৰো হাতযোৰ॥৩০
সামান্যজনক প্ৰতি বোলো প্ৰিয়বাণী।
নিন্দা নকৰিবা মোক অতি অল্প জানি॥
আকাশত পক্ষী উৰে যত দূৰ পাৰে।
মই পদ কৰিবোহো মতি অনুসাৰে॥৩১
যদ্যপি শাস্ত্ৰৰ মই নজানো নিশ্চিত।
তথাপিতো কৰিবোহো কৃষ্ণৰ চৰিত॥
যেন বৰিষয় মেঘে গঙ্গাৰ উপৰে।
মিশ্ৰ জলো মহাপাতেকত হন্তে তৰে॥৩২
যেন অগ্নি কাঞ্চা কাষ্ঠ দহি কৰে ছাই।
পাপীও নিস্তাৰ হোৱে সাধুসঙ্গ পাই॥
হৰিক উদ্দেশি যিটো অবাচ্যক বটে।
তন্ত্ৰ-মন্ত্ৰ শ্ৰুতি বেদে তভো তাক নাটে॥৩৩
কতোগুলা বাক্য যেন শুনিতে সুন্দৰ।
কিন্তু জন্ম-কৰ্ম্ম গুণ নাহি ঈশ্বৰৰ॥
গদ্য পদ্য পদ আড়ম্বৰ চমৎকাৰ।
তাক যিটো পঢ়ে শুনে বৃথা শ্ৰম তাৰ॥৩৪

তাক কহি বসীজনে মহাপ্ৰীতি পাই।
যেন বেঙ্গে আটাসিয়া মবে পানী পাই ॥
আৰোবাৰ নমস্কাৰ পদাৰবিন্দত।
শুনিয়োক গীতাশাস্ত্ৰ হয় যেনমত ॥৩৫
উপনিষদ্ বেদ মত ধেনুৰূপ ভৈল।
ধনঞ্জয় বৎস জানা দোহক গোপাল ॥
গীতাশাস্ত্ৰ দুগ্ধ ভৈলা অমৃত সমান।
পৰম আনন্দে সাধুসবে কৰে পান ॥৩৬
ঈশ্বৰ বোলন্ত মই পৃথিবীৰ ভাৰ।
সংহাৰিবো মাত্ৰ আৰো যাবো পুনৰ্ব্বাৰ ॥
একে যে পাপিষ্ঠ কলি দুৰ্ঘোৰ সংসাৰ।
কেনমতে মোৰ ভক্ত পাৰ হোৱে আৰ ॥৩৭
সাক্ষাত ঈশ্বৰ জানিবাহা পূৰ্ণ অংশে।
পূৰ্ণব্ৰহ্ম কৃষ্ণ ব্যক্ত ভৈলা যদুবংশে ॥
পাচে কৃষ্ণ অংশৰূপ বাক্য কৰি যাজ।
অৰ্জ্জুনত কহিলন্ত ৰণভূমি মাজ ॥৩৮
অৰ্জ্জুন নিমিত্ত ভৈলা লোক উপকাৰ।
তাকে কহি শুনি ভক্তে তৰোক সংসাৰ ॥
আপোনাৰ মূৰ্ত্তি গীতা অংশে ব্যক্ত কৈলা।
সঙ্কেতে কহিলা যাতো গীতা নাম থৈলা ॥৩৯
আন শাস্ত্ৰে তন্ত্ৰে বেদে নপাৱে নিশ্চিত।
কৃষ্ণৰ মুখৰ গীতা সাক্ষাতে অমৃত ॥

ঈশ্বৰৰ বেদবাক্য বুজিতে নপাৰে ।
আছোক যে আনে ব্ৰহ্মা নুবুজে শঙ্কৰে ॥৪০
ঈশ্বৰত বিনে বেদ নজানয় আন ।
যাক বুলি গীতাশাস্ত্ৰ বেদৰ প্ৰমাণ ॥
গূঢ় গ্ৰন্থ গূঢ় অৰ্থ যেন মহোদধি ।
শুনিলাতে ধৰ্ম্ম অৰ্থ চতুৰ্ব্বৰ্গ সিদ্ধি ॥৪১
গীতাক নিশ্চয় ৰূপে অভ্যাসয় নৰ ।
নলাগয় শাস্ত্ৰ তাৰ পঢ়িবে বিস্তৰ ॥
সৰ্ব্ব-শাস্ত্ৰ অৰ্থ মথি লৈলা তাৰ সাৰ ।
বাহ্যভাগ মানে তাৰ কৰি পৰিহাৰ ॥৪২
হেনয় প্ৰকাৰে ভৈলা গীতাশাস্ত্ৰ খান ।
সংসাৰ তৰণী গীতা মুক্তিৰ সোপান ॥
যিটো জনে গীতাক শুনয় শ্ৰদ্ধাভাৱে ।
কৃষ্ণে ভক্ত হুয়া যে সদৃশ গতি পাৱে ॥৪৩
এক শ্লোক অৰ্দ্ধ শ্লোক শুনয় গীতাৰ ।
তথাপি যমৰ তাত নাহি অধিকাৰ ॥
অৰ্থক নজানে শ্ৰদ্ধাযুক্তে পাঠ কৰে ।
তথাপি জানিবা সিটো সংসাৰক তৰে ॥৪৪
একজনে পঢ়ে আনে শুনে শ্ৰদ্ধাভাৱে ।
হৰি তাক তৰাৱন্ত সিটো গতি পাৱে ॥
কৃষ্ণৰ চৰণে যে গোবিন্দ মিশ্ৰ কয় ।
গীতা নাম শুনিয়া পণ্ডিতে সঙ্কোচয় ॥৪৫

মই মূৰ্খমতি তভো কৰিলোঁহো সাস।
কিন্তু গুৰুচৰণৰ কৃপালেশ আশ॥
নীচ হুয়া মহন্তৰ কৰ্ম্মক আচৰে।
হস্তীৰ লাদক দেখি শহা মাৰ্গ কাৰে॥৪৬
কিন্তু গুৰু কৃষ্ণৰ সেৱাৰ পাই বল।
ঈশ্বৰ নিশ্চয়ে ধ্ৰুৱে দিব্যজ্ঞান পাইল॥
মহামহন্তক নমস্কাৰ মোৰ মনে।
সদা নছাৰোক মনে ৰাতুল চৰণে॥৪৭
হেন জানি সভাসদ শুনা সাৱধানে।
গীতা পদ বিৰচিবো যথাশক্তি মানে॥৪৮

শ্ৰীকৃষ্ণায় নমঃ

# প্ৰথম অধ্যায়

## অৰ্জ্জুন—বিষাদ যোগ

ধৰ্ম্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমবেতা যুযুৎসবঃ।
মামকাঃ পাণ্ডবাশ্চৈব কিমকুৰ্ব্বত সঞ্জয় ॥

পদ

ধৃতৰাষ্ট্ৰ বদতি যে শুনিয়ো সঞ্জয়।
কুৰু-পাণ্ডৱৰ যুদ্ধ ভৈলা কেন নয় ॥
ভীষ্ম আদি কৰি সবে মহাৰথীগণ।
কহা কোনে কেনমতে কৰিলেক ৰণ ॥ ১
সঞ্জয় বদতি শুনিয়োক মহাৰায়।
দুয়ো সেনা কুৰুক্ষেত্ৰে ভৈলা একঠাই ॥
চক্ৰবেহু পাতিলেক কৌৰৱসকল।
সেনাৰ শবদে পৃথ্বী কৰে টলবল ॥ ২
পাতিলা সঙ্কট বেহু পাণ্ডুৰ তনয়।
যেন কোটি ৰাহু সূৰ্য্য গ্ৰাসিবে খোজয় ॥
হেন দেখি তযু পুত্ৰ ৰাজা দুৰ্য্যোধন।
দ্ৰোণৰ সমীপে শীঘ্ৰে কৰিলা গমন ॥ ৩

নমস্কাৰ কৰি বোলে গুৰু ভগৱান ।
পাণ্ডৱৰ বেহুখান দেখা কেন ঠান ॥
বৰ বৰ বীৰ ভীম অৰ্জ্জুন সমান।
শিখণ্ডী সাত্যকি ধৃষ্টকেতু যুযুধান ॥৪
দ্ৰুপদ বিৰাট কাশীৰাজ ধৃষ্টদ্যুম্ন ।
শৈব্য পুৰুজিত কুন্তিভোজ অভিমন্যু ॥
বিজয় বিক্ৰান্ত অপৰাজিত সিন্ধুপতি ।
সুবেগ উত্তম নীল সুভদ্ৰ সুমতি ॥৫
কেকয় যুধামন্যু সাৰঙ্গ সৌবিৰ ।
প্ৰতিবিন্দ আদি পঞ্চ পুত্ৰ দ্ৰৌপদীৰ ॥
অতিৰথী মহাৰথী কতো অৰ্দ্ধৰথী ।
তাহাৰ লক্ষণ কহো শুনা মহামতি ॥৬
একে একে ৰথে উঠি কৰয় সংগ্ৰাম ।
নিশ্চয় জানিবা তাৰ অৰ্দ্ধৰথী নাম ॥
হাজাৰ ৰথক এক ৰথে কৰে ৰণ ।
মহাৰথী বুলিয়া কহয় সৰ্ব্বজন ॥৭
অসংখ্যাত ৰথ লেখা-জোখা নাহি যাৰ ।
একে ৰথে যুজে অতিৰথী নাম তাৰ ॥
আমাৰ দেখিয়ো মুখ্য মুখ্য বীৰগণ ।
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা দুঃশাসন ॥৮
কৰ্ণ যে বিকৰ্ণ ভূৰিশ্ৰৱা ভগদত্ত ।
শাম্ব শল্য কাম্বোজ যে বীৰ জয়দ্ৰথ ॥

বৃষকেতু বৃষসেন ভীষ্ম গুৰু দ্ৰোণ।
সুশৰ্ম্মাক আদি কৰি সংসপ্তকগণ ॥৯
বিন্দ অনুবিন্দ যে বিসঙ্গ চেদিপতি।
শক যে যৱন তালভদ্ৰ জয়মতি ॥
সুবেগ মল্লাৰ কৃত বীৰভদ্ৰ ভানু।
পুৰঞ্জন ভগীৰথ পাৰিপাত্ৰ খাণু ॥১০
গয় গদ শতধনু বীৰ ময়মন্ত।
বীতিহোত্ৰ চেদিপতি কাম বীৰদন্ত ॥
মোক আদি কৰি শত ভাই ধনুৰ্দ্ধৰ।
সংগ্ৰামে মাৰিবো যদি আসে পুৰন্দৰ ॥১১
অপৰ্য্যাপ্ত সেনা লেখিবাক কাৰ গহ।
যাৰ সেনাপতি ভৈলা ভীষ্ম পিতামহ ॥
একাদশ অক্ষৌহিণী সেনা ভয়ঙ্কৰ।
সাত অক্ষৌহিণী সেনা পাণ্ডৱ দলৰ ॥১২
তথাপি আমাৰ সেনাৰ নেদেখোহোঁ বল।
পাণ্ডৱৰ সেনা যেন দেখি কালানল ॥
হেন জানি ভীষ্মক ৰাখিয়ো পৰস্পাৰ।
পৃষ্ঠভাগে আনে যেন নকৰয় শৰ ॥১৩
যাৰে ভীষ্ম থাকন্ত আমাৰ কাক ভয়।
সবাৰে জাৱন ভীষ্ম জানিবা নিশ্চয় ॥
ভীষ্মক নৃপতি কৰিলন্ত সাধুৰ্ব্বাদ।
কুৰুবৃদ্ধে সেনাপতি কৰে সিংহনাদ ॥১৪

ঢাক ঢোল মৃদঙ্গ যে তুৰি কৰতাল।
পনব আনক ভেৰী দগৰ কাহাল ॥
গোমুখ খোমুথ কাংস মৃদঙ্গ ঝঞ্জাৰ।
ৰাম বীণ বংশী যে ডম্বৰু কলন্দৰ ॥১৫
দুন্দুভি শব্দে মহী কৰে তলবল।
ধুসায়ে ঢাকিলা দিশ গগন মণ্ডল ॥
নসহে শৰীৰ কৌৰৱৰ বাদ্য শুনি।
একেবাৰে পাণ্ডৱে কৰিলা শঙ্খধ্বনি ॥১৬
কৃষ্ণে ফুঙ্কিলন্ত পাঞ্চজন্য শঙ্খবৰ।
পৌণ্ড্ৰক শঙ্খক ফুঙ্কিলন্ত বৃকোদৰ ॥
যুধিষ্ঠিৰে বাইলা শঙ্খ অনন্ত বিজয়।
দেৱদত্ত শঙ্খক ফুঙ্কিলা ধনঞ্জয় ॥১৭
নকুলে বজাইলা শঙ্খ যাৰ নাম মণি।
পুষ্পক শঙ্খক সহদেৱে কৈলা ধ্বনি ॥
আনো অসংখ্যাত বাদ্য বাইলন্ত বিস্তৰ।
বাদ্য শুনি হৃদিকম্প ভৈলা কৌৰৱৰ ॥১৮
কৃষ্ণক সম্বোধি বাক্য বুলিলা অৰ্জ্জুন।
আগ বঢ়ায়োক ৰথ দেখো সেনাগণ ॥
বেহুৰ মধ্যত কোন আছে কোন ভাগে।
তাৰ অনুক্ৰমে যুদ্ধ কৰিবাক লাগে ॥১৯
কৃষ্ণে বুজিলন্ত অৰ্জ্জুনৰ অভিমত।
উভয় সেনাৰ মধ্যে ৰাখিলন্ত ৰথ ॥

ধনু ধৰি পাৰ্থে টানি কৰিলা টঙ্কাৰ ।
দুই শৰে গুৰুক যে কৈলা নমস্কাৰ ॥২০
গুৰুৰ চৰণে আগে পৰি গৈলা শৰ ।
দ্ৰোণে বোলে অৰ্জ্জুন বিজয় হোক তোৰ ॥
বেহু মধ্যে অৰ্জ্জুন দেখন্ত গৈয়া পাচে ।
যতেক বান্ধৱ-বন্ধু যুদ্ধে আসি আছে ॥২১
কৃপ অশ্বত্থামা আৰো ভীষ্ম গুৰু দ্ৰোণ ।
কৰ্ণ আদি শত ভাই ৰাজা দুৰ্য্যোধন ॥
ভ্ৰাতৃ পুত্ৰ নাতি খুড়া শ্যালা যে মাতুল ।
শ্বশুৰ ভাগিন সখি আপোনাৰ কুল ॥২২
প্ৰাণক উৎসৰ্গা কৰি সবে আইলা ৰণ ।
তাক দেখি শোকাকুল হৈলন্ত অৰ্জ্জুন ॥
অৰ্জ্জুনে বোলন্ত কৃষ্ণ শুনা কৃপাময় ।
বন্ধুগণ দেখি মোৰ নসহে হৃদয় ॥২৩
সকল শৰীৰ কম্পি লোম শিহৰিল ।
হস্তৰ গাণ্ডীৱ ধনু খসিয়া পৰিল ॥
নোৱাৰো ধৰিতে ধনু স্থিৰ নোহে মন ।
তালু ওষ্ঠ শুষ্ক মুখে নসৰে বচন ॥২৪
মনত উৎসাহ নাহি বিমঙ্গল দেখি ।
এত বৰ পাপক কি কাৰ্য্যে কৰো সখি ॥
সূৰ্য্যক সম্মুখে শৃগালেও ডাকে পুন ।
উভয় সেনা উপৰত ভ্ৰময় শকুন ॥২৫

বিমঙ্গল দেখি মোৰ মনত সংশয় ।
বন্ধুগণ বধি মোৰ কিবা ফল হয় ॥
যদি বোলা ভয়ে ৰাজ্য দিবো দুৰ্য্যোধন ।
প্ৰাণক উৎসৰ্গি আইল ৰাজ্যৰ কাৰণ ॥২৬
আৰো যদি হেন তাত বোলাহা মাধৱ ।
স্নেহে নবধিলে তুমি বধিবে কৌৰৱ ॥
তাৰা মুহি বধন্তে যে তুমি আগে মাৰা ।
অকণ্টকা পৃথিৱীক সুখে ভোগ কৰা ॥২৭
যাক লাগি ৰাজ্যধন তাক সংহাৰিবো ।
বন্ধুহীন হৈলে পাচে ৰাজ্য কি কৰিবো ॥
ইটো ৰাজ্য ত্ৰৈলোক্যৰ যদি হওঁ পতি ।
তভো মোৰ বন্ধুবধ নকৰিবো আতি ॥২৮
কৃষ্ণে যেন বোলন্ত তোমাসম মূঢ় নাই ।
বিহাক আনিল দ্বিজ কুৰে চৈত্ৰ গাই ॥
ক্ষত্ৰিয়ৰ ধৰ্ম্ম জানি এৰা অসন্তোষ ।
আততায়ী বধে শাস্ত্ৰে নধৰয় দোষ ॥২৯
বন্ধুবধ দেখি তুমি নকৰিবা ভয় ।
যিটো আততায়ী তাৰ শুনিয়ো নিৰ্ণয় ॥
বলে ধন লবে ৰান্ধি অগ্নি দিয়া যাবে ।
ছলে বিষ দেই যিটো ক্ষেত্ৰ দাৰা হৰে ॥৩০
অস্ত্ৰ-শস্ত্ৰ ধৰি বধিবাক আসে ধাই ।
এহি ছয় প্ৰকাৰ বোলয় আততায়ী ॥

সম্প্রতি বাধিবে লাগি আসে আগবাঢ়ি ।
ৰাজ্য ধন তোমাৰ পূর্ব্বতে লৈলা কাঢ়ি ॥৩১
ভীমক মাৰিবে লাগি বিষলাড়ু দিলা ।
দ্রৌপদীৰ বস্ত্র লৈতে সভা মাজে নিলা ॥
জতুগৃহে থৈয়া আগে অগ্নি দিলা পাচে ।
সাঙ্গে-পাঙ্গে ছয় দোষ কৌৰৱত আছে ॥৩২
হেন জানি কৌৰৱক বধিতে যুৱাই ।
আততায়ী বধে দোষ তিলমাত্রো নাই ॥
অৰ্জ্জুনে বোলন্ত শাস্ত্রে দোষ নাহি কহে ।
কিন্তু অর্থশাস্ত্র সিটো ধৰ্ম্মশাস্ত্র নোহে ॥৩৩
আৰো যদি হেন তুমি বোলাহা মাধৱ ।
তুমি ধৰ্ম্ম জানা কেনে নজানে কৌৰৱ ॥
তাৰা ৰাজ্যকাম অর্থলোভে বুদ্ধিহত ।
মই কেন জানি প্রৱৰ্ত্তিবো অধৰ্ম্মত ॥৩৪
ইহলোকে শোক পৰলোকে নৰ্ক হয় ।
আপোনাৰ কুলক আপুনি কৰো ক্ষয় ॥
বংশৰ প্রবাহ হেতু সংসাৰৰ কাৰে ।
আজি কালি স্থিতি-সৃষ্টি আত্ম হন্তে আছে ॥৩৫
স্বামীক মাৰিলে তাৰ যতেক যুৱতী ।
বিধবা হৈবেক ভজিবেক উপপতি ॥
সন্ততি সন্তান তাৰ হৈবে অথন্তৰ ।
জাতি নষ্ট ভৈলে হৈবে বর্ণত শঙ্কৰ ॥৩৬

শত্রুৰে যে সদাচাৰ নষ্ট কৰৈ জান।
পিতৃলোকে নপাইবেক জল-পিণ্ড দান॥
জাতি কুল বৰ্ণাশ্ৰম ধৰ্ম্ম হৈবে হত।
স্বৰ্গহন্তে পিতৃলোক পৰিবে অধত॥৩৭
যেন অৰণ্যত কুৰু বৃক্ষ আছে তাত।
দুয়ো বৃক্ষ ঘৰষণে অগ্নি হোৱে জাত॥
অগ্নি উঠি বনক দহিলা নিৰন্তৰ।
মই যেন অগ্নি ভৈলো কুৰু-পাণ্ডৱৰ॥৩৮
এবে স্বৰূপত মোৰ হেন লৱে মন।
মই যুদ্ধ নকৰিলে এৰিবেক ৰণ॥
অস্ত্ৰ-শস্ত্ৰ এৰিলাত যদি মোক মাৰে।
তথাপিতো সবে ৰাজ্য বধিতে নাপাৰে॥৩৯
এহি বুলি অৰ্জ্জুনে এৰিলা ধনুশৰ।
বসিয়া ৰহিলা বীৰ ৰথৰ উপৰ॥
সঞ্জয় বদতি শুনা নৃপতি প্ৰধান।
প্ৰথম অধ্যায়ৰ কথা ভৈলা এহিমান॥৪০
কহয় গোবিন্দ মিশ্ৰ কলিৰ মহন্ত।
প্ৰথমৰ আয়ুক্ষয় বাল্য যে কালত।
কুমাৰৰ আয়ুক্ষয় ক্ৰীড়া বিত্তাগুণে।
যুবাৰ আয়ুক্ষয় ধন-ভাৰ্য্যাৰ চিন্তনে॥৪১
বুঢ়া ভৈলে শৰীৰৰ বল দূৰে যায়।
যেন খানে অন্ন খায় নিদিলে ৰখায়॥

এহিমতে আয়ুক্ষয় অন্ধকূপে পৰি ।
অন্তকে যে সবাৰে কেশত আছে ধৰি ॥৪২
দন্ত সৰৈ কেশ পকৈ চক্ষু নেদেখয় ।
এমুৰা দুখত থাকি জীবাক বাঞ্ছয় ॥
স্নেহসূত্ৰে বিষ্ঠা-মূত্ৰে পৰি থাকে ঘৰে ।
ভাৰ্য্যা পুত্ৰে নোপোষয় অৱহেলা কৰে ॥৪৩
সংসাৰৰ এহি দুখ জানিয়োক নৰ ।
ভজা হৰিপাৱে শীঘ্ৰে বিলম্ব নকৰ ॥
এহি পদছত্ৰে তাপ খণ্ডে সংসাৰৰ ।
ৰাম কৃষ্ণ বুলি ভৱ-সংসাৰক তৰ ॥৪৪

( প্ৰথম অধ্যায় সমাপ্ত )

---

# দ্বিতীয় অধ্যায়

## সাংখ্য যোগ

### দুলড়ী

দৈৱকী তনয় দেৱ দয়াময়
কৃষ্ণ দেৱতাৰ দেৱ।
পঙ্কজ চৰণে প্ৰবেশিয়া মনে
পুনু কৰো মই সেৱ॥
সঞ্জয় বদতি শুনা কুৰুপতি
পাচে যেন কথা ভৈলা।
শোক সমুদ্ৰত মোহ ঊৰ্মি উঠি
ধনঞ্জয় তল গৈলা॥৪৫
শোকাকুল দুখে হুয়া অধোমুখে
দুয়ো নেত্ৰে পৰে পানী।
কৃষ্ণ কৃপাময় সম্বোধি বোলয়
অৰ্জ্জুনক হেন বাণী॥
শুনা সব্যবাচী ৰণমধ্যে আসি
শোকে ভৈলা মহাভয়।
মহাযশী হৈয়া অকীৰ্ত্তি কৰাহা
ক্ষুদ্ৰ হৃদয়ৰ নয়॥৪৬

কুৰু-পাণ্ডৱৰ অনেক কালৰ
যুদ্ধ আৰম্ভৰ কাযে।
সন্মুখ সংগ্ৰামে ৰথ ৰাখিলাহা
উভয় সেনাৰ মাজে॥
যত বীৰবৰ পৃথিৱী ভিতৰ
তোমাক অগ্ৰত গণি।
সম্মুখ সংগ্ৰামে কোন বীৰ কান্দে
নতু দেখি নতু শুনি॥৪৭
এৰি স্বৰ্গপথ অসাধুৰ মত
কৰাহা অকীৰ্ত্তি নয়।
দুৰ্ব্বলতা এৰি ধনু-শৰ ধৰি
যুদ্ধে উঠা ধনঞ্জয়॥
সঞ্জয় বোলন্ত পৰম ৰহস্য
শুনিয়োক মহাৰাজ॥
অজ্ঞানত থাকি প্ৰাৰ্থ ভল গৈলা
শোক-সাগৰৰ মাজে॥৪৮
পাচে হৃষীকেশে সাংখ্য উপদেশে
অজ্ঞান কৰিলা নাশ।
ঘোৰ অন্ধকাৰ অনেক কালৰ
যেনে সূৰ্য্য কৰে নাশ॥
বোলে ধনঞ্জয় শুনা দয়াময়
যি কাৰণে কৰো তাপ।

আহোক অস্ত্ৰাদি বাক্যে যুজো বোলে
তভো হোৱে ঘোৰ পাপ ॥৪৯
ভীষ্ম গুৰু দ্ৰোণ দুহানো চৰণ
সদা লাগে সেৱিবাক।
অহৰ্নিশে সেৱা কৰিতে লাগয়
কিমতে বধিবো তাক ॥
গুৰুক নবধি ৰাজ্যক নসাধি
দেশ দেশান্তৰে যাওঁ।
এহি পৰাশ্ৰয় কৰিলো নিশ্চয়
ভিক্ষা মাগি আনি খাওঁ ॥৫০
বন্ধুগণ বধি ৰাজ্যকাম সাধি
গুৰুক কৰিবো ৰণ।
ভুঞ্জি ভোগচয় যেন পাপময়
ৰুধিৰে মিশ্ৰিত অন্ন ॥
পাপক নচাই যদি খুজো চাই
তাহাৰো নজানো সাৰ।
কুৰু পাণ্ডৱৰ উভয় সেনাৰ
জয় পৰাজয় কাৰ ॥৫১
ধৰ্ম্ম অধৰ্ম্মত বুদ্ধি ভৈলা হত
তোমাত পুছো বিশেষ।
যুদ্ধ ভিক্ষাটন কেন গোটা শ্ৰেয়
বুজিয়োক হৃষীকেশ ॥

তুমি নিজগুৰু প্ৰপন্ন শিষ্যক
শিক্ষা দিতে লাগে স্বামী।
পিতৃসে পুত্ৰৰ নিয়মৰ কৰ্ত্তা
দণ্ডদাতা প্ৰভু তুমি ॥৫২
গুৰু ইষ্টদেৱ সৰ্ব্বভাৱে সেৱ
কৰিবে লাগে সন্তোষ।
প্ৰপন্ন শিষ্যক নকহে গুহ্যক
গুৰু পাৱে বহু দোষ ॥
শোক মোহ মন দহে ইন্দ্ৰিগণ
ভ্ৰমে যেন মোৰ মতি।
কণ্টকা মহী পাতালো নলাগে
আৰো নোহো সুৰপতি ॥৫৩
অণিমাক আদি পাওঁ অষ্টনিধি
যদি পাওঁ সত্যলোক।
এতেককো পাই নেদেখো উপায়
দূৰ হোৱে ইটো শোক ॥
নুবুজিবো বুলি প্ৰতিজ্ঞা কৰিয়া
মৌনে ৰহিলন্ত বসি।
অৰ্জ্জুনক চাই কৃষ্ণে বুলিলন্ত
অল্প কৰি হাসি হাসি ॥৫৪
যাতে শোক নাই তাতে শোক কৰা
মই বাধো বাৰম্বাৰ।

পণ্ডিত নোহাসা বাদ মাত্ৰ কৰা
প্ৰজ্ঞা ৰাখা আপোনাৰ ॥
শুৰা সব্যসাচী মূৰ্খে পণ্ডিতালি
কৰা পণ্ডিতক চাই।
তীৰ্থযাত্ৰা কালে ভগিনী হৰিলে
তাত কিছু দোষ নাই ॥৫৫
পুত্ৰ উপজিলে আনন্দ নকৰে
মৰিলে নকৰে শোক।
মান অপমান যাৰ নাহিকয়
পণ্ডিত বোলয় লোক ॥
মৰণ জীৱন সকলেসে ভ্ৰম
সুখ দুখ যত ভাৱে।
দেখে আত্মা পৰ অবিদ্যা ভিতৰ
অজ্ঞান মুগুচে যাৰে ॥৫৬
পন্থে থাকে জৰী সৰ্প হেন পৰি
পুৰুষে ভয়ক পাৱে।
ততকাল ভয় মনৰ সংশয়
বিচাৰ নকৰে যাৰে।

---

পণ্ডিতে তৰ্ক কৰা দেখি মূৰ্খলোকেও যুক্তিহীন মিছা তৰ্ক কৰে যিহেতু, তীৰ্থ কৰিলে সকলো পাপ নাশ হয়; এতেকে তীৰ্থ কৰিবলৈ গলোৱা সময়ত ভগ্নীহৰণ ৰূপ ঘোৰ মহাপাপ কৰিলেও দোষ নাটে ইত্যাদি।

পাচে বিচাৰিয়া জিজ্ঞাসা কৰিয়া
সন্নিত চাপিয়া তাৰ ।
সৰ্পভয় ভ্ৰম তিনো দূৰ গৈল
জৰীগছ মাত্ৰ সাৰ ॥৫৭
দেহৰ জগত আত্মাৰ মৰণ
কহে অজ্ঞানৰ প্ৰায় ।
ব্যাপক আত্মাক পৰিচ্ছেদে কৰে
যাৰ আদি অন্ত নাই ॥
তুমি আমি আদি যত লোক দেখো
আছিলো সবে পূৰ্ব্বত ।
সম্প্ৰতি সবহি আছো বিদ্যমান
থাকিবো পাচ কালত ॥৫৮
বুলিবা ঈশ্বৰ জন্ম-মৃত্যুশূন্য
তুমি থাকা সৰ্ব্বঠাই ।
আন যত লোক কভো উপজয়
কতোবা মৰিয়া যায় ॥
একে শৰীৰত বাল্য যুবা জৰা
হোৱে যেন পুৰুষৰ ।
দেহ এৰি জীৱে আন দেহ জন্মে
মৃত্যু সেহি পটন্তৰ ॥৫৯
যেন বাল্য দেহ ধৰি উপজয়
যুৱা হোৱে মধ্যকালে ।

বাল্য যুবা হুয়ো স্থানান্তৰ হয়
বৃদ্ধ অৱস্থাক পাইলে ॥
বাল্য যুবা জৰা তিনিয়ো অৱস্থা
একে দেহে পাৱে লোক।
বাল্য গুচি যেৱে যুবাক পাৱয়
তাত কোন নাহি শোক ॥৬০
যেবে বোলা তাত আছয় সাক্ষাত
শিশু গুচি যুবা ভৈলো।
বাল্য যুবা গুচি হেবা বৃদ্ধ ভৈলা
সাক্ষাতে প্ৰমাণ গৈলো ॥
যদি বোলা আবো এহি দেহ নষ্টে
ইয়ো জীৱ নষ্ট যায়।
আন দেহ ধৰি পুনৰ্ব্বাৰ আসি
ভিন্ন জীৱ উপজয় ॥৬১
জানিবা জীৱৰ পূৰ্ব্বৰ দেহৰ
কৰ্ম্মৰ সংস্কাৰ যত।
সেহি সংস্কাৰে পুনু দেহ ধৰে
নিষ্টে জানা স্বৰূপত ॥
যেন শৰীৰৰ সৰ্পে কল্প এৰে
জীৱৰ সিমত পুন।
পূৰ্ব সংস্কাৰে সেহি জীৱ নোহে
স্তনক পিয়াৱে কোন ॥৬২

যেবে বোলা বালা যুবা জৰা ভৈলে
তিনি কাল স্মৰে মনে।
যেবে পূৰ্ব্বদেহ সংস্কাৰ নাহি
উৎপত্তি প্ৰলয় কেনে।
মন ইন্দ্ৰি প্ৰাণ সমস্তে থাকয়
অৱস্থাহে দূৰে যায়।
আত্মো সেহিমতে শৰীৰেসে নষ্ট
আত্মাৰ বিনাশ নাই ॥৬৩
জীৱৰ মৰণ কহে যিটো জন
সবে মিছা মহাভাগ।
কৰ্ম্মৰ সংস্কাৰে আন দেহ লয়ে
পূৰ্ব্বৰ দেহ কৰে ত্যাগ ॥
গোবিন্দ যে কয় বিষম বিষয়
মনে চিন্তা ঘনে ঘন ॥
যেন বেশ্যা নাৰী স্বামী থাকন্তেও
পৰপুৰুষত মন ॥৬৪
হেন জানি নৰ কৃষ্ণৰ চৰণ
মধু পিয়া কৰ্ণ ভৰি।
কৃষ্ণ বিনে ত্ৰাণ কোন আছে আন
ডাকি বোলা হৰি হৰি ॥৬৫

## পদ

পাৰ্থক সম্বোধি কৃষ্ণে বাক্য বোলে পুন ।
শোকৰ ব্যৱস্থা কহো শুনিয়ো অৰ্জ্জুন ॥
যদি বোলা ক্লেশ দুখ সহন নযায় ।
চিৰকাল তথাপি নথাকে একঠাই ॥৬৬
শীত উষ্ণ সুখ দুখ ইন্দ্ৰিয় বিষয় ।
নষ্ট বস্তু বুলিয়া সহিয়ো ধনঞ্জয় ॥
শীতান্তত হোৱে উষ্ণ উষ্ণান্তত শীত ।
দোহাৰ দুয়ো পৰিবৰ্ত্তী শৰীৰৰ হিত ॥৬৭
শীতে শীতে উষ্ণে উষ্ণ তেবে দুখ নাই ।
কিন্তু কতো কালে থাকে কতো কালে নাই ॥
সুখ দুখ কতো আসে কতো থাকি যায় ।
ইহাক বোলয় শাস্ত্ৰে আগম অপায় ॥৬৮
সুখ দুখ সম কৰি সহে যিটো জন ।
সেহি ধীৰ বুদ্ধিমন্ত মোক্ষৰ ভজন ॥
অসন্ত বস্তুৰ কৈতো নাহিকে প্ৰকাশ ।
সন্ত বস্তু ভৈলে কদাচিত নাহি নাশ ॥৬৯
অজ্ঞানী অসন্ত সন্ত একে কৰি মানে ।
জ্ঞানী বিচাৰিয়া তত্ত্ব স্বৰূপক জানে ॥
শীত উষ্ণ সুখ দুখ যাৰ মনে নাই ।
সেহিসে পুৰুষ শ্ৰেষ্ঠ মোক্ষপদ পায় ॥৭০

অবিনাশী আত্মাৰ প্ৰমাণ নাহি যাৰ।
অব্যয় অক্ষয় বিভু ব্যাপক সংসাৰ॥
দেহ আনি অন্ত পুনু মৰে উপজয়।
হেন জানি যুদ্ধক উঠিয়ো ধনঞ্জয়॥৭১
তভো শোক দূৰ নোহে অৰ্জ্জুনৰ মনে।
পুনু সাংখ্য উপদেশ কন্ত নাৰায়ণে॥
মোক বধিবেক লোকে ময়ো বধো তাক।
যিটো অজ্ঞানত থাকি বোলে মোৰ বাক॥৭২
ইটো বধ নযাইবে তাহাৰ নাহি বধ।
যিটো অজ্ঞানত কহে জানিবাহা অন্ধ॥
বধাবো বধিবো বধ যেহি হেন বটে।
অচিন্ত্য আত্মাৰ বধ কেনমতে ঘটে॥৭৩
আত্মাত নাহিকে যে বিকাৰ এহিচয়।
পৰিণাম জন্ম মৃত্যু আৰো বৃদ্ধি ক্ষয়॥
কৃষ্ণে বোলে হেন বোধ লোৱা ধনঞ্জয়।
আত্মা অবিনাশী আক জানিবা নিশ্চয়॥৭৪
কৰ্ণ দুৰ্য্যোধন বুলি খ্যাত জগতত।
সেহি দেহ নষ্ট হুইবে কৰা শোক তাত॥
সেহি হেতু দেহ অৰ্থে শোক যুযুৱাই।
পূৰ্ব্ব দেহ এৰি জীৱে আন দেহ পায়॥৭৫
যেন নৱ বস্ত্ৰক পুৰুষে বিন্ধে আগ।
পুৰাণত বস্ত্ৰ পাচে কৰে পৰিত্যাগ॥

যেন লোকে তৃণ পাইলে এৰয় অপৰ।
জীৱৰ দেহৰ জানা সেহি পটন্তৰ ॥৭৬
পাণি পাদ কৰ্ণ আত্মাৰ নাহিকয়।
অগ্নি জল বায়ু যাক অস্ত্রে নকাটয় ॥
যেবে মূৰ্ত্তি থাকে তান দহয় অনল।
যেবে মূৰ্ত্তি থাকে কাটে অঙ্গ যে সকল ॥৭৭
যেন ৰস থাকে বায়ু শোষে নিৰন্তৰ।
ইন্দ্রিয়ে নপাৰে লৈতে মন অগোচৰ ॥
অচিন্ত্য অব্যক্ত নিত্য আত্মা সনাতন।
তাক লাগি কেনে শোক কৰাহা অৰ্জ্জুন ॥৭৮
আৰো যদি হেনয় সংশয় কৰা সখি।
দেহ সঙ্গে আত্মা মৰে উপজয় দেখি ॥
সেহি হেতু শোক তুমি নকৰিবা আত।
মৰিলে অৱশ্যে পুনৰপি হোৱে জাত ॥৭৯
উপজিলে পুনৰপি অৱশ্যে মৰয়।
এহিমতে জীৱ দেহ কতো সুশুচয় ॥
স্বভাৱে দেহাৰ ধৰ্ম্ম মৰি উপজয়।
উপাধিত থাকি দেখি স্বৰূপ নোহয় ॥৮০
যেন ঘট মধ্যে দেখি চন্দ্রক সাক্ষাত।
ঘট ভগ্নে পুনৰপি চন্দ্র নাহি তাত ॥
সেহিমতে আত্মা দেহ নাহিল পূৰ্ব্বত।
উপজিল মধ্যকালে ভৈলেক ৰেকত ॥৮১

যেবে মৰে আত্মা দেহ দুহাকো নেদেখি।
হেন জানি কি কাৰণে শোক কৰা সখি॥
পূৰ্ব্বত নাছিল মধ্যকালে ব্যক্ত ভৈলা।
যৈৰপৰা আসিছিলা তৈকে লাগি গৈলা॥৮২
অৰ্জ্জুনে বোলন্ত শুনিয়োক যদুৰাজ।
সাক্ষাতে দেখিলো দৃষ্টান্তৰ কোন কাজ॥
আন যত মূৰ্খ তাৰ কথা এৰিয়োক।
সাক্ষাতে দেখিলো পণ্ডিতৰো হৱৈ শোক॥৮৩
হোৱন্ত পণ্ডিত কবি ব্যাস মহামতি।
শুকে এৰি যান্তে শোক কৰিলন্ত আতি॥
কৃষ্ণে বোলে অদভূত শুনিয়ো অৰ্জ্জুন।
মোহোৰ স্বৰূপ জানিবাক পাৰে কোন॥৮৪
মই ব্ৰহ্ম মোৰ কৰ্ম্ম নজানে সাক্ষাত।
ব্ৰহ্মা হৰ মোহ গৈৰে মোহোৰ মায়াত॥
যিবেলাত স্থূল হওঁ আদ অন্ত নাই।
কোটি এক ব্ৰহ্ম লোমৰন্ধ্ৰে আসে যায়॥৮৫
যিবেলাত মই আৰো সূক্ষ্মৰূপ ধৰো।
সুষুম্না নাড়ীৰ মধ্যে যাতায়ত কৰো॥
অঘট ঘটাওঁ মই পাতি মায়াজাল।
মায়াৰ মায়াবী কালৰ অতি কাল॥৮৬
গুৰু উপদেশে নানা শাস্ত্ৰক পঢ়য়।
তথাপি বিচাৰি মোৰ তত্ত্ব নপাৱয়॥

যিবা কহে যিবা শুনে যিবা দেখে মনে।
মায়াত থাকিয়া তাক আচৰিত মনে॥৮৭
যেবে বোলো স্বৰূপত নজানয় মোক।
আৰ কেন ভক্তিজ্ঞান লাগে কহিবাক॥
মোহোত বিশ্বাস দৃঢ় কৰে যিটো নৰ।
সেহিসে স্বৰূপ জানে নোহে অগোচৰ॥৮৮
বিশ্বাস নভৈলে তাৰ নোহে অনুকূল।
শাস্ত্ৰ পঢ়ি কৰিতে নপাৰে এক মূল॥
এক মূল নকৰিলে দেখে নানা পথ।
এতেকতে মূখে তাৰ নজানয় তত্ত্ব॥৮৯
যেন প্ৰলোভন বেদবাক্য শুনি নৰে।
সাৰ এৰি মন্দকৰ্ম্ম ভাল বুলি কৰে॥
ব্ৰহ্মচৰ্য্য ধৰি কৰ্ম্ম কৰিতে লাগয়।
আৰ সেহি দিনে বলি বিস্তৰ কাটয়॥৯০
প্ৰদীপে পোৰয় মোৰ ছাগশিৰে যত।
বোলে ভতকাল নৰ থাকিবে স্বৰ্গত॥
মাৰ্কণ্ড পুৰাণে চণ্ডী কৰিছা বিচাৰ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ চণ্ডী অধিকাৰ॥৯১
ব্ৰহ্মা বিষ্ণু মহেশক দুৰ্গায়ে সৃজিলা।
যাক সেৱি তিনিজনে মহাপদ পাইলা॥
এহিমতে অন্যো অন্যে সুমতি বখানে।
তাতো বিমোহিত হৈয়া মোহোক নজানে॥৯২

যেহি আত্মা সেহি ব্ৰহ্ম নাহিকে অন্তৰ।
আত্মা বিনে ভিন্ন বস্তু নাহিকে অপৰ॥
দেহী বুলি জীৱক কহয় সৰ্ব্বলোক।
অৱধ্য জীৱক লাগি কেনে কৰা শোক॥১৩
আৰো দেখা তোমাৰ যে স্বধৰ্ম্ম অৰ্জ্জুন।
ক্ষত্ৰিয়ৰ যুদ্ধ বিনে ধৰ্ম্ম আছে কোন॥
সেহিসে পৰম ধৰ্ম্ম ক্ষত্ৰিয়ৰ সুখ।
সম্মুখ সংগ্ৰাম পাইলে নোহয় বিমুখ॥১৪
হেন জানি শোক এৰি চিত্ত কৰা ডাঠ।
স্বৰ্গক যাইবাক লাগি মেলান কপাট॥
বন্ধু বধ ভয়ে যদি যুদ্ধে এৰা আশ।
স্বধৰ্ম্ম পৌৰুষ কীৰ্ত্তি তিনো হৈবে নাশ॥১৫
দম্ভ দৰ্প কৰি আইলা বীৰগণ মাজে।
ৰণ এৰি সুযুজি যাইবাহা কোন লাজে॥
সুৰাসুৰে প্ৰসংশয় তোমাৰ বলক।
সবে যশ গুচি গৈল মাৰ্গৰ তলক॥১৬
শত্ৰুৱে কদৰ্থি নিন্দি দিবি হৃদি শাল।
সুযুজি এৰিলে শবে মৰণেসে ভাল॥
তভো লাভ দুয়ো মতে জানিবা নিশ্চয়।
হেন জানি যুদ্ধে উঠিয়োক ধনঞ্জয়॥১৭
ৰণজয়ে অকণ্টকা পৃথিবী ভুঞ্জিবা।
যদি ভঙ্গ হোৱা পৰি স্বৰ্গলোক পাইবা॥

স্বধৰ্ম্ম জানিয়া যুদ্ধে উঠা ধনঞ্জয় ।
নেৰিবাহা যুদ্ধ মানে এৰিয়ো সংশয় ॥৯৮
ৰণজয় সুখলাভ ভঙ্গে দুখ তান ।
কিন্তু সুখ দুখ দুইকো কৰিবা সমান ॥
এহিমতে যুদ্ধ তুমি কৰিয়ো অৰ্জ্জুন ।
একোকালে তোমাক নপাইবে পাপ পুণ্য ॥৯৯
কৃষ্ণে বোলে সাংখ্যৰ কহিলো যত তত্ব ।
তথাপি নভৈল জ্ঞান তোমাৰ মনত ॥
গৃহস্থ আশ্ৰমী তুমি পৰম বিষয়ী ।
কিন্তু যে পূৰ্ব্বৰ কৰ্ম্ম বাসনা আছয় ॥১০০
কৰ্ম্ম কৰিবাৰ সত্ব বুদ্ধি ভৈল যাৰ ।
সিটো জ্ঞান ভকতিৰ দুইৰো অধিকাৰ ॥
এবে কহো কৰ্ম্মযোগ যেন তাৰ বিধি ।
স্বধৰ্ম্মত থাকি পাচে হোৱে সৰ্ব্বসিদ্ধি ॥১০১
ঈশ্বৰত অৰ্পি যত কৰ্ম্ম কৰিবেক ।
সত্ববুদ্ধি ভৈলে হুইবে দেহাত্মা বিবেক ॥
দেহাত্মা বিবেক জ্ঞান হৈবে পুৰুষৰ ।
আত্মা পৰমাত্মা জ্ঞান হৈবে তাত পৰ ॥১০২
আপুনি ঈশ্বৰ পাচে হৈবেক বেকত ।
বাসুদেৱ বুদ্ধি হৈবে সমস্তে প্ৰাণীত ॥
ঈশ্বৰত অৰ্পি কৰ্ম্ম কৰিবা প্ৰবন্ধে ।
তেবে কোনোকালে নপৰিবে কৰ্ম্মবন্ধে ॥১০৩

কৃষ্ণক প্ৰণামি পুনু বোলন্ত অৰ্জ্জুন।
এহিমতে কৰ্ম্ম কৰিবাক পাৰে কোন॥
বিষয়ত থাকি নানা বিঘ্ন লাগ লয়।
কৰ্ম্মপাতে অঙ্গহীন পাপ মাত্ৰ হয়॥১০৪
মনুষ্যে কৰয় কৃষি তাতো বিঘ্নি হয়।
পশু চোৰ খড় জড় ৰাজা দণ্ডি লয়।
কৃষ্ণে বোলে অৰ্জ্জুন কৰ্ম্মৰ কহো মৰ্ম্ম।
ঈশ্বৰৰ অৰ্থে কৰে তাক বোলে কৰ্ম্ম॥১০৫
কৰ্ম্ম বুলি জানিবা তাতেসে তত্ত্ব সাৰ।
আন যত কৰ্ম্ম কৰে সকলো ব্যাপাৰ॥
মোৰ ধৰ্ম্ম ভক্তিক আৰম্ভ যিটো কৰে।
নিষ্টে জানা তথাপিতো সংসাৰক তৰে॥১০৬
নপাইলে ভজিব ভক্তি ভ্ৰষ্ট ভৈল তাৰ।
আৰ জন্মে ভক্তি হৈবে পূৰ্ব্ব সংস্কাৰ॥
আৰ এৰি জন্ম লভি পুনু দেহ পায়।
মোহোৰ কৰ্ম্মৰ তিলমাত্ৰো নষ্ট নাই॥১০৭
প্ৰমাদে নপাৰে যদি নৈমিত্তিক নিত্য।
তথাপিতো কৰ্ম্মপাতে নাহি প্ৰায়শ্চিত্ত॥
মোক ভজি অল্প ধৰ্ম্মে সংসাৰক তৰে।
যিমান পাৰয় কৰ্ম্ম সোহমানে কৰে॥১০৮
ব্যৱসায়াত্মিকা বুদ্ধি ভৈল যাৰ মনে।
সমস্ত কৰ্ম্মক কৰিলেক সেহিজনে॥

আব যত কর্ম্ম মানে কবি পবিহাব।
কেবল কৃষ্ণব সেৱা তবাবে সংসাব ॥১০৯
হবিক বিশ্বাস কবি মনক অর্পয়।
ব্যৱসায়াত্মিকা বুদ্ধি ইহাকে বোলয় ॥
ভক্তিব যিথানি গূঢ় মাধৱে বোলন্ত।
দ্বিতীয়তে কহিলা অষ্টাদশে কহিবন্ত ॥১১০
যে গুলা সকাম কর্ম্ম নিন্দিত অধম।
মিছা কর্ম্ম কবি মবে বৃথা পাৱে শ্রম ॥
সকামীব দ্রব্য মন্ত্রে ছিদ্র ভৈলা যাব।
কর্ম্ম নষ্ট ফল ভ্রষ্ট দুখ মাত্র সাব ॥১১১
পুরুষত্ত পুরুষে সঙ্গমে কিছু নাই।
বতিসুখ পুত্র নোহে দুখ মাত্র পায় ॥
যিজনে ঈশ্বব পদ লয়ে নিষ্ঠ কবি।
বৈকুণ্ঠে চলয় বিঘ্নি মাথে দিয়া ভবি ॥১১২
যদি বোলা সবে কেনে নভজে তোমাক।
পণ্ডিতে ভজয় দেখো নানা দেৱতাক ॥
কৃষ্ণে বোলে তাব অভিপ্রায় কহো মূল।
বেদবাক্য শুনি মাত্র হোৱয় বাতুল ॥১১৩
বেদ লৈয়া বাদ কবে অর্থক নজানে।
স্বর্গক কেবল পুরুষার্থ কবি মানে ॥
হোৱয় পণ্ডিত নিজে অর্থক নচাই।
যেন গঙ্গোদক এবি ক্ষাবোদক* খায় ॥১১৪ * খাবণি ॥

যেন বিষলতা পুষ্পে দেখি জকমক।
আপাতে সুন্দৰ দেখি হোৱয় উৎসুক ॥
যেহেন নটীৰ বেশ দেখিয়া পুৰুষ।
তাত মোহ হুয়া নচাৱয় গুণ দোষ ॥১১৫
ব্যৱসায়াত্মিকা বুদ্ধি নভৈল যাহাৰ।
জ্ঞান ধ্যান ভক্তিত নাহিকে অধিকাৰ ॥
পাৰ্থে বোলে স্বৰ্গে যদি মহাফল নোহে।
যজ্ঞ দান ধৰ্ম্ম বেদে কিকাৰণে কহে ॥১১৬
কৃষ্ণে বোলে বেদে কত লোক প্ৰলোভাৱে।
শিশুক গুড় দিবে বুলি ঔষধ পিয়াৱে ॥
স্বৰূপে ঔষধি তিক্ত গুড় বুলি কহে।
কৰ্ম্মৰো মোক্ষসে ফল স্বৰ্গ পুনু নোহে ॥১১৭
যেনে হৰিনামে গতি তাক সুস্মৰে।
অমাৱস্যা দিনা যেন মৌন ধৰি মৰে ॥
সাধ্যযে কালত সুখ প্ৰথমত দুখ।
কহি প্ৰৱৰ্ত্তাৱে বেদ এতে স্বৰ্গসুখ ॥১১৮
বেদৰ তাতপৰ্য্য জানিবাক পাৰে কোন ॥
একে বেদে কৰ্ম্ম কহে সগুণ নিৰ্গুণ ॥
কৰ্ম্ম কৰি যদি ফল সঙ্কল্পক এৰে।
তেবে জানা সেহি কৰ্ম্মে সংসাৰক তাৰে ॥১১৯
কাম্যৰ ব্যাপাৰ কৰ্ম্ম দুখ বহুতৰ।
সেহি কৰ্ম্মে জন্ম মৃত্যু হোৱৈ সংসাৰৰ ॥

বিষয় ঐশ্বর্য্য ভোগে হুয়া আসক্তি।
তাত মোহ হুয়া ঈশ্বৰত নেদে মতি ॥১২০
বেদে যে কহয় তিনি গুণৰ বিষয়।
তুমি এবে নিৰ্গুণ হুয়োক ধনঞ্জয় ॥
মাধৱে বোলন্ত সখি কহো উপদেশ।
যি কৰ্ম্ম নিৰ্গুণ তাক শুনা গুড়াকেশ ॥১২১
যিটো কৰি কৰ্ম্মফল নবাঞ্ছয় ভাৱ।
শীত উষ্ণ সুখ-দুখ কৰি কৰিহাৰ ॥
অপ্ৰাপ্য বস্তুক যত্ন নকৰিবা অতি।
পাইলে ৰাখিবাক প্ৰতি নকৰিবা মতি ॥১২২
ঈশ্বৰৰ আজ্ঞা মানি কৰ্ম্ম কৰা পুন।
ইমতে কৰিলে কৰ্ম্ম হোৱয় নিৰ্গুণ ॥
পাৰ্থে বোলে কিবা কাজে কৰ্ম্ম কৰি মৰে।
কৰ্ম্ম কৰি যদি তাৰ ফল ত্যাগ কৰে ॥১২৩
যেন তীৰ্থে যাই স্নান নকৰয় পাচে।
তাত পৰে বৰ্ব্বৰ কুবুদ্ধি কোন আছে ॥
কৃষ্ণে বোলে তাৰ হেতু শুনা মহাবল।
নুখুজিলে ঈশ্বৰে আপুনি দেন্ত ফল ॥১২৪
যেন আতি শিশুছাৱা ভক্ষ্য নোখোজয়।
স্নেহে থাকি তথাপিতো মাতৃ স্তন দেয় ॥
কুবুদ্ধি নোহয় সিটো মহন্ত আশয়।
যত সুখ লাগে ব্ৰহ্মসুখতে মিলয় ॥১২৫

যেন কূপে জলপান সিজয় মাত্ৰৰ।
স্নানক নাপাই খোজে দীঘী সৰোবৰ॥
পাচে বিচাৰিয়া যেন মহা হ্ৰদ পায়।
স্নান পান যত কৰ্ম্ম সিজে এক ঠাই॥১২৬
ঈশ্বৰ সেৱাই যাকে খোজে তাতে পায়।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সিজে এক ঠাই॥
যদি বোলা ঈশ্বৰ ভজনে সব হয়।
আউৰ কি কাৰণে কৰ্ম্ম কৰিবে লাগয়॥১২৭
জ্ঞানক ভক্তিক লাগি যিজনে ইচ্ছয়।
কৰ্ম্ম কৰিবাক তাৰ অৱশ্যে লাগয়॥
তোমাৰ কৰ্ম্মত আগে আছে অধিকাৰ॥
কিন্তু কৰ্ম্ম কৰি ফল নবাঞ্ছিবা তাৰ॥১২৮
অৰ্জ্জুনে বোলন্ত প্ৰভু শুনা যদুপতি।
ভুঞ্জিলে আপোন প্ৰাণ হোৱয় তৃপিতি॥
সেহিমতে কৰ্ম্ম সঙ্গ জানিবা সকল।
সুখুঞ্জিলে তথাপি আপুনি হৈবে ফল॥১২৯
কৃষ্ণে বোলে সাধুবাক্য মানিলো তোমাৰ।
কিন্তু মহাফল আছে ঈশ্বৰ সেৱাৰ॥
গোটেক দৰিদ্ৰ গৈলা ধনীজন পাশে।
ধনী বোলে সন্তোষিবো দুখী যত আসে॥১৩০
বহু ধন দিবাক দাতাৰ আছে মন।
তাত যাই খোজে যেন একমুঠি কণ॥

কৰ্ম্মৰ মোক্ষসে কৰ্ম্ম জানা মহামতি।
কৰ্ম্মক সঙ্কল্প কৰি যায় অধোগতি ॥১৩১
কামীসে সঙ্কল্প কৰ্ম্ম কৰে নানা ছন্দ।
সেহি কৰ্ম্মে তাক কৰে সংসাৰত বন্ধ ॥
তুমি কৰ্ম্মযোগে থাকি কৰিবা নিয়ম।
কিন্তু সিদ্ধি অসিদ্ধি দুইভো হুয়া সম ॥১৩২
লাগে কৰ্ম্ম সিদ্ধি হৌক লাগে বা নহৌক।
ঈশ্বৰক ভক্তি মাত্ৰ কৰ্ম্ম কৰিয়োক ॥
ঈশ্বৰে অৰ্পিয়া কৰ্ম্ম কৰিবে সকলে।
সমতা গোটকে লোকে যোগ কৰি বোলে ॥১৩৩
ঈশ্বৰ পদাৰবিন্দে মনত আনন্দ।
তেবে একোকালে নুহিবেক কৰ্ম্মবন্ধ ॥
কাম্যকৰ্ম্মগোট আতি নিন্দিত অধম।
জানিবা কৃপণ দুখী নাহি তাক সম ॥১৩৪
বুদ্ধি এক শৰণ যেন হুয়া ঈশ্বৰৰ।
পাপ পুণ্যে এৰে এহি জন্মৰ ভিতৰ ॥
তাকে বুলি মুনি সৰ্ব্ব কৰ্ম্মত কুশল।
জ্ঞানত থাকিয়া তাৰ দূৰ ভৈল মল ॥১৩৫
কৰ্ম্ম কৰিবাৰ ফল উপজয় মানে।
একোকালে নুগুচে ঈশ্বৰ দৃঢ়জ্ঞানে ॥
জন্মবন্ধ মুক্ত হোৱে ঈশ্বৰ আশ্ৰয়।
পৰম আনন্দে মোৰ স্বৰূপ পাময় ॥১৩৬

কৰ্ম্ম কৰিলেও পাপে নলজ্ঘয় পাশ।
কৰ্ম্মফল নাশে পুনু পাপ ভৈল নাশ॥
পাপ পুণ্য ভৈল গুচি গুণৰ বাহিৰ॥
তেবেসে মোহোক পাৱে চিত্ত ভৈল স্থিৰ॥১৩৭
অৰ্জ্জুনে বোলন্ত শুনিয়োক দামোদৰ।
এমুৱা গতিক কোনোকালে পাৱে নৰ॥
গোবিন্দে কহয় শুনিয়োক ধনঞ্জয়।
যিকালত পাৱে গতি শুনিয়ো নিৰ্ণয়॥১৩৮
যেবে পুৰুষৰ গুচে মোহ অহঙ্কাৰ।
শৰীৰত আত্মাবুদ্ধি নাহিকে যাহাৰ॥
সেহিকালে তাহাৰ বৈৰাগ্য লৱে লাগ।
বেদ শাস্ত্ৰ সবাকে শুনিলা সৰ্ব্ব আগ॥১৩৯
অপৰ যতেক আৰো শুনিবে আছয়।
বৈৰাগ্য মিলিলে পাচে সব নষ্ট হয়॥
লৌকিক বৈদিক শুনি নচলয় চিত্ত।
তেবে জানা স্থিৰ বুদ্ধি ভৈলা সমাধিত॥১৪০
যাক বুলি সমাধি যে তেহেন্তে ঈশ্বৰ।
এমুৱা অভ্যাসে মোৰ পদ পাৱে নৰ॥
পুনু পাৰ্থে পোছে স্থিতপ্ৰজ্ঞ কাক বোলে।
কিমত সমাধি ভাৱ কেনমতে চলে॥১৪১
কিবা বাক্য বোলে যোগী কিমত আসন।
কেনমতে চিনি তাক কিমত লক্ষণ॥

কৃষ্ণে বোলে স্থিতপ্ৰজ্ঞ কহিবো নিৰ্ণয়।
এবিলা সংশয় যত মনৰ বিষয় ॥১৪২
ত্যজি বিষয়ক চিত্তে আত্মাত ৰময়।
সেহিগোট স্থিতপ্ৰজ্ঞ জানিবা নিশ্চয় ॥
দুখ পাইলে উদবিগ্ন হোৱয় যিজন।
সুখত যাহাৰ নাহি আনন্দিত মন ॥১৪৩
প্ৰিয় অপ্ৰিয়কো ত্যজে এৰে ক্ৰোধ ভয়।
সেহি মুনি স্থিতপ্ৰজ্ঞ জানা ধনঞ্জয় ॥
ৰিপুক নকৰে হিংসা পুত্ৰে স্নেহ নাই।
শ্লাঘ্য নকৰয় যিটো উপকাৰ পায় ॥১৪৪
দুইজনে অন্যো অন্যে কৰে ঘোৰ দ্বন্দ্ব।
সঙ্গে থাকে কাহাকো নোবোলয় ভাল মন্দ ॥
উচ্চ নোবোলয় কাকো নোবোলয় হীন।
প্ৰজ্ঞা প্ৰতিষ্ঠিত সেহিজন উদাসীন ॥১৪৫
বিষয়ত সৰ্ব্বথা থাকয় ইন্দ্ৰিগণ।
অস্পৃহা আনিবাক পাৰে যিটো জন ॥
যেন কূৰ্ম্ম অনায়াসে সঙ্কোচাৱে গাৱ।
যোগীৰ ইন্দ্ৰিয় সংযমৰো সেহি ভাৱ ॥১৪৬
পাৰ্থে কৃতাঞ্জলি কৰি বোলে যদুপতি।
উপবাসী আতুৰৰ কেন নোহে গতি ॥
ইন্দ্ৰিয় সংযম মাত্ৰে যদি গতি পায়।
তাসম্বাৰ দেখো বিষয়ত চেষ্টা নাই ॥১৪৭

কৃষ্ণে বোলে সব্যসাচী তাৰ কহো তত্ত্ব।
যোগীৰ ইন্দ্ৰিয় বশ্য হোৱৈ স্বভাৱত॥
জড় আত্তুৰবো ইন্দ্ৰি নকৰে প্ৰকাশ।
কিন্তু তাৰ মনে কিছু আছে অভিলাষ॥১৪৮
চিৰকালে যোগীজন কৰৈ যোগবলে।
তভো ইন্দ্ৰি মন লৈয়া ততকাল চলে॥
যেবে মোত বুদ্ধি কৰি কৰিলা আশ্ৰয়।
তেবে তাৰ মন বশ্য আপুনি হোৱয়॥১৪৯
মনক নিয়ম কৰি লৈলে যেন হয়।
তাৰ দোষ কহো তাক শুনা ধনঞ্জয়॥
বিষয়ক মন-বুদ্ধি সঙ্গক কৰয়।
সঙ্গহন্তে তাত পাচে কাম উপজয়॥১৫০
কামত ঐশ্বৰ্য্য বাঢ়ে মদ বাঢ়ি আত্তি।
পৰে নসহিয়া শ্ৰীক কৰৈ ঘাত প্ৰতি॥
অন্যো অন্যে প্ৰতিঘাত বাঢ়য় বিৰোধ।
বিৰোধত হন্তে উপজয় মহাক্ৰোধ॥১৫১
ক্ৰোধত থাকিয়া সম্মোহেয়ো লাগ লয়।
কাৰ্য্যাকাৰ্য্যে ভাল মন্দ সবে পাসৰয়॥
শাস্ত্ৰ গুৰুমুখে উপদেশ পাইলা যত।
সম্মোহত হন্তে তাৰ স্মৃতি হোৱৈ হত॥১৫২
যেবে স্মৃতি হত ভৈলে নাহিকে চেতন।
অচেতন বুদ্ধি হত হোৱৈ মৰা যেন॥

অৰ্জ্জুনে বোলন্ত কৃষ্ণদেৱ কৃপাময় ।
বিষয়ত নথাকিলে দেহ নৰহয় ॥১৫৩
যদি বিষয়ত থাকে ইন্দ্ৰি তাৰ বৈৰী ।
আউৰ স্থিতপ্ৰজ্ঞ হুইবেক কেন কৰি ॥
কৃষ্ণে বোলে মনে আত্মা নেৰে সৰ্ব্বদায় ।
বিষয়ক ভুঞ্জে কাম ৰাগ দ্বেষ নাই ॥১৫৪
এহিমতে প্ৰসাদক লভে অনন্তৰ ।
দুখ গুচি বন্ধমুক্ত হোৱে জগতৰ ॥
বিষয়ত ইন্দ্ৰি যাৰ ফুৰে স্বেচ্ছাচাৰে ।
সেহিসে পুৰুষ জানা অমুক্ত সংসাৰে ॥১৫৫
নাহি প্ৰজ্ঞা অমুক্তৰ বুদ্ধি নোহে ভাল ।
তাৰ জ্ঞান সমাধি নাহিকে একোকাল ॥
মনক ইন্দ্ৰিয়গণ দেখা কেনে কৰে ।
পুৰুষৰ তত্ত্বজ্ঞান ততকাল হৰে ॥১৫৬
সকল ইন্দ্ৰিয় পুনু বশ্য নাহি যাৰ ।
তাৰ নৰকৰ সথি নাহি পাৰাপাৰ ॥
ঘৃতকুম্ভ সমা নাৰী পুৰুষাগ্নি জ্বলে ।
ৰহস্য আলাপে নাৰী কৰে ততকালে ॥১৫৭
সুবেশ পুৰুষ দেখি নাৰী মোহ যায় ।
যদি পুত্ৰ ভাই হোৱৈ তথাপি বাঞ্ছয় ॥
এক মন চঞ্চল ইন্দ্ৰিয় পাইলে সঙ্গ ।
যেন নতিনীৰ বিহ্বা বুঢ়ী কৰৈ ৰঙ্গ ॥১৫৮

যেন সমুদ্ৰত নাও মহাবায়ু পাইল।
তাৰ যেন নৌকাৰ কাণ্ডাৰী মাতোৱাল॥
কতো উঠে কতো বুৰে কতো ফুৰায়য়।
অজিত ইন্দ্ৰিয় যাত তাৰ সেহি নয়॥১৫৯
অজিত ইন্দ্ৰিয় যাৰ বিষয়ত বুদ্ধি।
আছোক সকামী নিষ্কামীৰো নাহি সিদ্ধি।
হেন শুনি অসন্তোষ কৰন্ত অৰ্জ্জুন।
ইন্দ্ৰিয়ক বশ্য কৰিবাক পাৰে কোন॥১৬০
কৃষ্ণে বোলে সখি তুমি নকৰিবা ভয়।
অভ্যাসতে ইন্দ্ৰি বশ্য আপুনি হোৱয়॥
অৰ্জ্জুনে বোলন্ত যিটো থাকে নিদ্ৰা যায়।
আছোক বিষয় তাৰ অভিলাষো নাই॥১৬১
যত ইন্দ্ৰিয় বিষয়ত হোৱে উপৰতি *। *বৈৰাগ্য।
তেবে কেনে কৃষ্ণ সিজনৰ হোৱে গতি॥
শ্ৰীকৃষ্ণে বোলন্ত ইন্দ্ৰি থাকে নিদ্ৰা যায়।
আছোক বিষয়ত তাৰ অভিলাষ নাই॥১৬২
যদি পুৰুষৰ নাই নিদ্ৰাৰ ব্যাপাৰ।
বিষয়ী যোগীৰ তভো ভিন্ন যে প্ৰকাৰ।
লোকৰ যেখানি দিব্য যোগী ৰাত্ৰি মানে।
লোকৰ ৰাত্ৰিক পুনু দিবা বুলি জানে॥১৬৩
দিবা বুলি কৰ্ম্মযোগী জাগয় সাক্ষাত।
বিষয়ক এৰি যোগী ৰময় আত্মাত॥

অন্ধকাৰ বোলে যোগী লোকৰ দিবাত।
সৰ্ব্ব কৰ্ম্ম এৰি যোগী নিদ্ৰা কৰে তাতে ॥১৬৪
নিবৃত্তি পথকে যোগী দিশা কৰি বোলে।
মুক্ত হুয়া সংসাৰত সেহি পথে চলে ॥
বিষয়ৰ পন্থ জানা যিগোট প্ৰবৃত্তি।
যোগী নচলয় বুলি অন্ধকাৰ ৰাত্ৰি ॥১৬৫
যেন ফেচা দিবা ভৈলে নেদেখে নখায়।
ৰাত্ৰি ভৈলে গতি কৰি ভ্ৰমে ভক্ষ্য চাই ॥
পাৰ্থে বোলে যোগী যদি বিষয়ত নাই।
কেমনে থাকয় চলে কেনমতে খায় ॥১৬৬
কৃষ্ণে বোলে কতো জল নোখোজে সাগৰে।
তভো নদ নদী জলে আপুনিসি ভৰে ॥
সেহিমতে যোগীৰ যে পূৰ্ব্ব কৰ্ম্মফলে।
আপুনি মিলয় আসি যত্ন নকৰিলে ॥১৬৭
যদি বোলা যোগী যদি বিষয়ক যায়।
আউৰ ব্ৰহ্ম সমাধিক পাইলা কোন ঠাই ॥
সৰ্ব জল ভৰি সিন্ধু নাভাঙে কাষৰ।
বিষয়ৰ ভোগে যোগী সেহি পটন্তৰ ॥১৬৮
যদি ভোগ কৰৈ ভোগে নোহে আসকতি।
সৰ্ব্বথায়ে চলে চিত্ত ব্ৰহ্মে দিয়া মতি ॥
যেহেন জলত খোপে বৰশী লগায়।
ব্ৰহ্মহন্তে মনক আনয় সেহি ঠাই ॥১৬৯

ঈশ্বৰ ভজনে যত মোহ অহঙ্কাৰ।
সকলে গুচিল শুখে ভৱয় সংসাৰ॥
আছোক বিস্তৰ কালে মৰণ সময়ে।
এহি নিষ্ঠা কৰি ক্ষণমাত্রে গতি পাৱে॥১৭০
চতুৰ্ব্বৰ্গ সিদ্ধি লোৱে চৰণ ধিয়াই।
কলিকালে আতপৰে ধৰ্ম্ম নাই নাই॥
যাক দুখ পাইয়া পোষে পুত্র ভাৰ্য্যা ভাই।
যেন পানীশালে লোক হোৱে একঠাই॥১৭১
জল পান কৰি পাচে দশোদিশে যায়।
শূন্য যে মণ্ডল থাকে কোনজন নাই।
পৰপুত্রে পৰস্ত্ৰীয়ে আনে বিহা কৰি।
স্নেহ বন্ধু হোৱে গৃহে অন্ধকূপে পৰি॥১৭২
সেহি পুত্ৰ ভাৰ্য্যা পোষে নানা যত্ন কৰি।
দিন কতিপয়ে পাচে সিয়ো যায় মৰি॥
যত দয়া স্নেহ মানে সমস্তে গুচয়।
শৱ বুলি তাক ক্ষণমাত্র নৰাখয়॥১৭৩
হেন পুত্র ভাৰ্য্যাতে বিশ্বাস কৰা কেনে।
নাহি আন গতিদাতা জানা কৃষ্ণ বিনে॥
অহর্নিশে যিটো ফুৰে হৰিনাম গাই।
তাহাৰ উপমা মই দিবো কোন ঠাই॥১৭৪
কহয় গোবিন্দ মিশ্রে কৃষ্ণপদ সাৰ।
ৰামকৃষ্ণ বোলা যত্নে গুচোক সংসাৰ॥১৭৫

( দ্বিতীয় অধ্যায় সমাপ্ত )

# তৃতীয় অধ্যায়

## কৰ্ম্ম যোগ

### পদ

অৰ্জ্জুনে মগন ভৈলা শোকপঙ্কে পৰি ।
স্বভক্তক সাংখ্যযোগে নিস্তাৰিল হৰি ॥
হেনয় কৃষ্ণৰ পদে কৰো প্ৰণিপাত ।
কৰ্ম্মযোগ কহিবোহো তৃতীয় অধ্যাত ॥১৭৬
অৰ্জ্জুনে বোলন্ত শুনিয়োক মহাভাগ ।
জ্ঞানৰ প্ৰশংসা কৰি কহিলাহা আগ ॥
আছোক বিস্তৰ কাল মৰণ সময় ।
ব্ৰহ্মক স্মৰিয়া মৰি ব্ৰহ্মপদ পায় ॥১৭৭
পাছে আৰো কৰ্ম্ম কৰিবাক পাৰে পুন ।
তোমাৰ বাক্যক বুজিবাক পাৰে কোন ॥
যুদ্ধ হিংসাত্মক কৰ্ম্ম ঘোৰ অনিৰ্ব্বাৰ ।
তাত কেনে মোক প্ৰবৰ্ত্তাৱা বাৰম্বাৰ ॥১৭৮
বোলা ক্ষত্ৰিয়ৰ ধৰ্ম্ম যুদ্ধেসে প্ৰধান ।
কৰ্ম্ম নকৰিলে আগে নোপজয় জ্ঞান ॥
তযু দুই বিধ বাক্যে ভ্ৰমে মোৰ মন ।
জ্ঞান কৰ্ম্ম কোন শ্ৰেষ্ঠ কহা জনাৰ্দ্দন ॥১৭৯

কৃষ্ণে বোলে যেন মই কহিলো পূৰ্ব্বত ।
জ্ঞান কৰ্ম্ম দেখাইলো দুই গোটা পথ ॥
তাহাৰ নিৰ্ণয় কহো শুনা তত্ত্ববুদ্ধি ।
কৰ্ম্ম নকৰিলে আগে নোহে সত্ত্ববুদ্ধি ॥১৮০
বিনা সত্ত্ববুদ্ধি মন সুস্থ নোহে তাৰ ।
মনৰ চঞ্চল জ্ঞানে নাহি অধিকাৰ ॥
কতোগুলা কৰ্ম্ম কৰি হোৱয় উদাস ।
আগে কৰ্ম্ম নকৰিলে নিসিজে সন্ন্যাস ॥১৮১
যাৰ পুনু কৰ্ম্ম কৰি শুদ্ধ হোৱে মন ।
তাকেসে কহিলো জ্ঞান জানিবা অৰ্জ্জুন ॥
কৰ্ম্ম কৰি যাৱত শুদ্ধ নহে চিত্ত ।
বৰ্ণাশ্ৰম ধৰ্ম্ম কৰিবেক যথোচিত ॥১৮২
পাৰ্থে বোলে হেন যদি হোৱে ভগৱান ।
তবে প্ৰথমতে কেনে কহিলাহা জ্ঞান ॥
কৃষ্ণে বোলে যিকাৰণে কহো হেতু তাৰ ।
তোমাৰ শোকৰ দেখো নাহি পাৰাপাৰ ॥১৮৩
শোক গুচাইবাক নপাৰয় একোমতে ।
এতেকতে সাংখ্যজ্ঞান দিলো প্ৰথমতে ॥
জ্ঞানী বা অজ্ঞানী যত আছয় সংসাৰে ।
বিনা কৰ্ম্মে ক্ষণমাত্ৰ থাকিতে নপাৰে ॥১৮৪
প্ৰকৃতিৰ তিনি গুণ স্বভাৱ পূৰ্ব্বৰ ।
সকলো গুণৰ বশ্য লোক চৰাচৰ ॥

গুণে থাকি কৰে শুভাশুভ ধৰ্ম্মাধৰ্ম্ম।
পূৰ্ব্বৰ সংস্কাৰ যে আপুনি কৰে কৰ্ম্ম ॥১৮৫
স্বৰূপে অজ্ঞানী বোলে মই জ্ঞানশীল।
কৰ্ম্মেন্দ্ৰিয় নিৰোধিয়া কৰ্ম্মক এৰিল ॥
কিন্তু পুনু মন বিষয়ত আছে যাৰ।
যতেক চিন্তন ধ্যান কপট আচাৰ ॥১৮৬
জ্ঞান ধ্যান কৰ্ম্ম তাৰ সকলোসে মিছা।
ইন্দ্ৰি লৈয়া মন চলে আপোনাৰ ইচ্ছা।
যি পুনু মনক নিয়মিল ভালমতে।
সব ইন্দ্ৰি বৈশ্য ভৈলা মনৰ লগতে ॥১৮৭
যেনি তেনি মন চলে ইন্দ্ৰিয়ক লই।
যেন জীৱ নথাকিলে দেহ কিছু নুই ॥
ঈশ্বৰক অৰ্পি কৰ্ম্ম কৰে ফলত্যাগ।
সেহি মুক্তযোগী যে পুৰুষ মহাভাগ ॥১৮৮
জ্ঞানক ভক্তিক কৰ্ম্মে সাধে নিৰন্তৰ।
সেহিসে কাৰণে বোলে কৰ্ম্ম শ্ৰেষ্ঠতৰ ॥
নিত্য নৈমিত্তিক কৰ্ম্ম অৰ্পি কৰা বীৰ।
বিনা কৰ্ম্মে নিষ্টে জানা নৰহে শৰীৰ ॥১৮৯
যত কৰ্ম্ম সবে বন্ধ সাংখ্যবাদী কহে।
যদি ঈশ্বৰত অৰ্পে তেবে বন্ধ নোহে ॥
কৰ্ম্মযোগী বিষ্ণু তাক জানা ধনঞ্জয়।
হৰিকৰ্ম্ম বিনে আন কৰ্ম্মেসে বান্ধয় ॥১৯০

ঈশ্বৰৰ অৰ্থে কৰ্ম্ম কৰিবে নিশ্চয়।
সেহি কৰ্ম্মে পূৰ্ব্বৰ বাসনা হৈবে ক্ষয়॥
জ্ঞানৰ কৰ্ম্মৰ দুইৰো কহিলোহো ভেদ।
তোমাৰ প্ৰশ্নৰ সন্ধি দিলো পৰিচ্ছেদ॥১৯১
আৰো ব্ৰহ্মা বচন বুজিলা হেনমত।
যজ্ঞৰ সহিত প্ৰজা স্ৰজিলা পূৰ্ব্বত॥
তপ যপ যজ্ঞ কৰি দেৱ পূজে নৰ।
তুষ্ট হুয়া দেৱতায়ো দেই ইষ্টবৰ॥১৯২
অন্যো অন্যে দুহান্তৰো সাধে ইষ্টযোগ।
দেৱে দেয় অৰ্থক মনুষ্যে কৰৈ ভোগ॥
সেহি ভোগ মনুষ্যে দেৱক নোদ খায়।
অধম নাৰকী তাত পৰে চোৰ নাই॥১৯৩
আৰো পঞ্চযজ্ঞ নিতে যিজনে নকৰে।
পঞ্চসূনা পাতকত সেহিজন পৰে॥
মনুষ্যৰ পাপ পুণ্য অল্পতে হোৱয়।
পঞ্চসূনা যাক বোলে শুনা ধনঞ্জয়॥১৯৪
ধান্য উসাৱয় কলসীত পানী আনে।
সমাৰ্জ্জনী মাৰ্জ্জে ঢেকী ধান্যক বাহানে॥
সৰিষা পাটাত বাটি পিসি কৰে ধূনা।
গৃহস্থৰ নিত্য পাপ এহি পঞ্চসূনা॥১৯৫
এহি পঞ্চ অধৰ্ম্ম শুচয় যেহিমতে॥
পাঞ্চগোটা যজ্ঞ গৃহী কৰিবেক নিতে॥

শুনা পঞ্চযজ্ঞ যেন কৰিবেক নিত্তি।
পাঠ হোম বলি বিশ্ব অৰ্চ্চিব অতিথি ॥১৯৬
স্নান দেৱপূজা কৰি তৰ্পিবেক নৰে।
হোম বলি স্তুতি পাঠ ভাত অনন্তৰে ॥
অতিথিৰ অন্বেষণে ৰাজমাৰ্গে যাইব।
সবাকো অৰ্চ্চিয়া গৃহী পৰে অন্ন খাইব ॥১৯৭
দেৱক নিদিয়া দেহ অৰ্থে ৰান্ধে অন্ন।
অন্ন নহে পাপমাত্ৰ কৰয় ভোজন ॥
যজ্ঞ কৰি যিটো জন অৱশেষ খায়।
তাহাৰ যতেক পাপ সবে দূৰ যায় ॥১৯৮
বৃষ্টি দ্বাৰা অন্ন হোৱে জানিবা সাক্ষাত।
অন্ন হন্তে শুক্ৰৰূপে প্ৰজা হোৱে জাত ॥
প্ৰাণীৰ ব্যাপাৰ কৰ্ম্ম উপজয় পুন।
কৰ্ম্মত উপজে যজ্ঞ জানিবা অৰ্জ্জুন ॥১৯৯
বেদবাক্য হন্তে যেন মন্ত্ৰ উপজয়।
বেদে ঈশ্বৰৰ বাক্য জানিবা নিশ্চয় ॥
সংসাৰ কাৰণ যজ্ঞ জানা ধনঞ্জয়।
কৰ্ম্ম কৰি জগতৰ চক্ৰ প্ৰৱৰ্ত্তয় ॥২০০
ঈশ্বৰৰ আজ্ঞা ভাঙ্গি নকৰয় কৰ্ম্ম।
পাপৰাশি মাত্ৰ তাৰ ব্যৰ্থ ভৈল জন্ম ॥
ঈশ্বৰে অৰ্পিয়া এহি কৰ্ম্ম সদাচাৰ।
পুণ্যভোগী হোৱে সিটো এৰাৱে সংসাৰ ॥২০১

ঈশ্বৰে অৰ্পিয়া কৰ্ম্ম সংসাৰ এৰাৰে।
যেন দধি মথিলাত দুগ্ধ ঘৃত হোৱে॥
যি পুনু আত্মাত ৰতি তুষ্ট সৰ্ব্বদায়।
তাৰেসে জানিবা কিঞ্চিতেকো কৰ্ম্ম নাই॥২০২
কৰ্ম্ম কৰে যদি তভো নহে পুণ্যভাগ।
কৰ্ম্ম নকৰিলে পাপে নপাৱয় লাগ॥
বিধি নিষেধক যোগী দুইকো এৰয়।
কাহাতো নকৰে সিটো অৰ্থ ব্যাপ্যাশ্ৰয়॥২০৩
তোমাৰ অৱশ্যে কৰ্ম্ম কৰিতে লাগয়।
যিমতে কৰিবা কৰ্ম্ম শুনিয়ো নিৰ্ণয়॥
ঈশ্বৰ চৰণে মন কৰিয়া নিবেশ।
পৰম গতিক পাইবা তেবে গুড়াকেশ॥২০৪
জনকক আদি কৰি ৰাজঋষিসব।
এহিমতে কৰ্ম্ম কৰি তৰিলা সংসাৰ॥
জ্ঞান ভক্তি ভৈল যেবে কিছু কৰ্ম্ম নাই।
তথাপি কৰয় কৰ্ম্ম লোক প্ৰৱৰ্ত্তায়॥২০৫
শ্ৰেষ্ঠ জনে যদি কৰ্ম্ম কৰে শাস্ত্ৰ পথে।
অন্যজনে তাক দেখি কৰে সেহিমতে॥
ভাল হৌক মন্দ হৌক শ্ৰেষ্ঠ যিবা কৰে।
ইতৰেয়ো শ্ৰেষ্ঠৰ প্ৰমাণ মনে ধৰে॥২০৬
ত্ৰৈলোক্যত মোহোৰ কৰ্ত্তব্য আছে কোন।
তভো লোক প্ৰৱৰ্ত্তাই কৰ্ম্ম কৰো পুন॥

জগতৰ ঈশ্বৰ মই আৰো লক্ষ্মীপতি।
ইহাৰ অধিক কিবা হৈবেক সম্প্ৰতি ॥২০৭
যদি হেলা কৰি কৰ্ম্ম এৰো স্বৰূপত।
কৰ্ম্ম এৰি লোকে ধৰিবেক মোৰ মত ॥
কৰ্ম্ম লুপ্তে নষ্ট কৰ্ম্মী পাপী হৈব নৰ।
মই নাশকৰ্ত্তা ভৈলো সকলো লোকৰ ॥২০৮
লোক প্ৰৱৰ্ত্তাৱে জ্ঞানী কৰ্ম্ম লুপ্ত ভৱে।
অজ্ঞানীৰ থানে কৰ্ম্মফল এৰি কৰে ॥
কৃষ্ণে বোলে সকামত যাৰ দৃঢ়মতি।
উপদেশ পাইলে নিষ্কামক নেদে মতি ॥২০৯
তাক উপদেশ দিব নিবৃত্তি কিঞ্চিত।
সকামীৰ বুদ্ধিভেদ কৰিব কাচিত ॥
উপদেশ নকৰিব পূৰ্ব্ব কৰ্ম্ম ত্যাগি।
উভয় ভ্ৰষ্টত থাকি হৈব পাপভাগী ॥২১০
সকামত পূৰ্ব্বে আছে তাকো নছাৰিব।
যেহেন স্বভাৱ যাৰ তাক নিয়োজিব ॥
যদি বোলা জ্ঞানী অজ্ঞানীৰ কিবা চিহ্ন।
প্ৰকৃতিৰ গুণত আপুনি হোৱৈ ভিন্ন ॥২১১
গুণ ইচ্ছা ইন্দ্ৰিয়ে বিষয় কৰ্ম্ম কৰে।
মই কৰো বুলি অজ্ঞে অহঙ্কাৰে মৰে ॥
মোক নভজয় যিটো জানিবা সাক্ষাত।
নিপিন্ধে তুলসী ৰত্তফোটা কপালত ॥২১২

জ্ঞানী পুৰুষে গুণ কৰ্ম্ম বিভাগক জানে।
দেহক আত্মাক দুইকো ভিন্ন কৰি মানে ॥
বিষয়ত ইন্দ্ৰি প্ৰৱৰ্ত্তাৱে গুণ লই।
ইন্দ্ৰিয়ে কৰাৱে কৰ্ম্ম কৰ্ত্তা নোহো মই ॥২১৩
যিটো মোত অৰ্পি কৰ্ম্ম মদৰ্থে কৰয়।
চিত্ত বুদ্ধি আত্মা মন মোতে সমৰ্পয় ॥
এহিমতে কৰ্ম্ম কৰিবেক নিতে নিত।
মোতে শ্ৰদ্ধা কৰি হৈবে অসূয়া বৰ্জ্জিত ॥২১৪
যি জনে মোহোৰ মত কৰে অনুষ্ঠান।
কৰ্ম্ম কৰি বন্ধমুক্তে পাৱে মোৰ স্থান ॥
মোৰ মত নলৱে সকামী মূঢ়মতি।
মোৰ মতে অসূয়া কৰয় দিনে ৰাতি ২১৫
জানি মোৰ মত লৈয়া শোক পৰিহৰা।
মোত অৰ্পি স্বধৰ্ম্মত থাকি যুদ্ধ কৰা ॥
পাৰ্থে বোলে কৃষ্ণ মোৰ বাক্য শুনিয়োক।
তব মত লৈয়া সবে স্বধৰ্ম্মে ভজোক ॥২১৬
কৃষ্ণে বোলে তাৰ পূৰ্ব্ব কৰ্ম্মৰ সংস্কাৰে।
আপোন স্বভাৱে থাকি কৰ্ম্ম কৰৈ নৰে ॥
গুণ ইচ্ছা প্ৰকৃতি ঘটাৱে নিয়া তাত।
কোনে এৰাইবাক পাৰে প্ৰকৃতিৰ হাত ॥২১৭
শাস্ত্ৰ দ্বাৰা গুণ দোষ জানয় অৱশ্য।
হেনয় জ্ঞানীয়ো হোৱৈ প্ৰকৃতিৰ বশ্য ॥

বিটো স্বভাৱত অজ্ঞ বিষয়ত মতি।
ইন্দ্রি নিয়মিব হেন কাহাৰ শকতি॥২১৮
পাৰ্থে বোলে নানা অৰ্থ তোমাৰ বাক্যৰ।
কৰ্ম্ম-যজ্ঞ কি কাৰ্য্যে উত্তোগ কৰৈ নৰ॥
যদি কৰ্ম্ম কৰে প্ৰকৃতিৰ বশ্য যাই।
আৰ বিধি-নিষেধক পাইলা কোন ঠাই॥২১৯
শাস্ত্ৰ বেদ পুৰাণ যে সমস্তে উৰিল।
পানীত বালাগে নাও তবতে বুৰিল॥
কৃষ্ণে বোলে তাৰ হেতু কহো উপদেশ।
সাৱধানে শুনিয়োক সখি গুড়াকেশ॥২২০
ইন্দ্ৰিয়ৰ মূল যত ৰাগ দ্বেষ দুই।
লোকক অনৰ্থ কৰে শত্ৰুৰূপ হুই॥
ৰাগ নাম তাৰে ইন্দ্ৰি বিষয়ক পাইলে।
যদি নপাৱয় তাক দ্বেষকাৰী বোলে॥২২১
দুগোটা পৰম শত্ৰু জানিবা অৱশ্য।
শাস্ত্ৰবিধি নিয়ম সুহিবে তাৰ বশ্য॥
ৰাগ দ্বেষ ভৈলে যে স্বভাৱে নেই বলে।
শীঘ্ৰে উটাৱয় যেন খৰ নদী জলে॥২২২
যাৱদেকে ৰাগ দ্বেষে সুহি পাৱে লাগ।
ঈশ্বৰ ভজন নৌকা চৰিয়োক আগ॥
একে যুদ্ধ দুখময় হিংসা গুৰুতৰ।
ভিক্ষা মাগি খাইবে মন ভৈলা অৰ্জ্জুনৰ॥২২৩

কৃষ্ণে বুজিলন্ত অর্জ্জুনর অভিপ্রায়।
পুনর্ব্বার স্বধর্ম্ম কহন্ত বহুবার॥
আপোনার ধর্ম্ম সাঙ্গ নোৱাৰে কৰিত।
যদি অল্প কৰে ভবতর তথাপিত॥২২৪
অল্প ধর্ম্ম কৰি মৰে তভো ভাল তার।
পরধর্ম্মে ভয় হোৱে নৰক নিকাৰ॥
অর্জ্জুনে বোলন্ত শুনিয়োক যদুৰায়।
পাপ কৰিবাক পুৰুষৰ ইচ্ছা নাই॥২২৫
ৰাগ দ্বেষ দুইকো জিনি নিয়মিব মন।
তথাপি পাতেক প্ৰৱৰ্ত্তাৱে কোনজন॥
কৃষ্ণে বোলে ই কথা শুনিয়ো ধনঞ্জয়।
তুমি যি বুলিলা কথা স্বৰূপ হোৱয়॥২২৬
তাৰ যেন ভেদ নিষ্ঠে কহিবো তোমাত।
ৰজোগুণ হন্তে কাম ক্ৰোধ হোৱৈ জাত॥
ক্ৰোধৰ উৎপত্তি স্থান জানিবাহা কাম।
যদি বোলা কিছু দয়া কৰো উপশাম॥২২৭
কাম সম ভক্ষক যে ত্রিভুৱনে নাই।
যত দিয়া মানে তাৰ তৃষ্ণা বাঢ়ি যায়॥
যদি বোলা প্ৰিয়বাক্যে কৰে উপশাম।
প্রিয়ৱত নাহিকে তুষ্ট দুষ্ট পাপী কাম॥২২৮
বিষয়ৰ লগৰ শত্ৰু জানিবা নিশ্চয়।
যেন অগ্নি ধুম্র হুয়ো সঙ্গে উপজয়॥

যাতে অগ্নি তাতে ধূম্ৰ একে স্থানে থাকে।
পৰম তেজস্বী অগ্নি তভো ধূম্ৰ ঢাকে ॥২২৯
যেন শিশু থাকৈ গুই মাতৃৰ গৰ্ভত।
জালময় চৰ্ম্মখানে বেঢ়িয়া অঙ্গত ॥
শৰীৰক ঢাকি দৃষ্টি কৰয় নিবন্ধ।
চক্ষু থাকিলাও তথাপিতো যেন অন্ধ ॥২৩০
সেহিমতে কাম ক্ৰোধ আৱৰয় জ্ঞান।
দুইতো পৰে সংসাৰত বৈৰী নাহি আন ॥
কামক পূৰিবে লাগি কাৰ আছে প্ৰাণ।
দুখৰূপে পোৰাৱয় অনল সমান ॥২৩১
যত কাষ্ঠ দেই আনি অগ্নিৰ উপৰে।
অধিকে জ্বালিয়া তাক পুৰি ভস্ম কৰে ॥
মন বুদ্ধি ইন্দ্ৰিয় কামৰ অধিষ্ঠান।
কাম বৃদ্ধি কৰাইবাৰ তিনিয়ো প্ৰধান ॥২৩২
হেন জানি মোহে যাৰে নাহি পাৱে লাগ।
মন বুদ্ধি ইন্দ্ৰিয়ক নিয়মিয়ো আগ ॥
শাস্ত্ৰ গুৰু উপদেশে যেন ভৈলা বোধ।
সেহি জ্ঞান-খড়্গ ধৰি ছেদা কাম ক্ৰোধ ॥২৩৩
শৰীৰত চাহি শ্ৰেষ্ঠ যত ইন্দ্ৰিগণ।
ইন্দ্ৰিয়ত কৰি শ্ৰেষ্ঠ জানিবাহা মন ॥
মনতো অধিক বুলি কহিলো তোমাক।
সবাতো অধিক শ্ৰেষ্ঠ আত্মা বুলি যাক ॥২৩৪

হেন জানি সাত্বিক বুদ্ধিৰ মহাবলে।
আত্মাত মনক নিয়া ৰাখিয়ো নিশ্চলে॥
আত্মাত ৰহিলে মন বিষয় উদাস।
আপুনি হৈবেক নষ্ট কাম অভিলাষ॥২৩৫
কৃষ্ণৰ সেৱাত যাৰ স্থিৰ ভৈলা মন।
একোকালে নাহি জানা তাহাৰ পতন॥
বিদূৰ তীৰ্থক লাগি কেনে যত্ন কৰা।
হৃদিত ঈশ্বৰ আছে তাক সুস্মৰা॥২৩৬
তীৰ্থৰো পৰম স্থান কৃষ্ণৰ চৰণ।
ৰাঙ্গা চৰণত সেৱা লৈয়োক শৰণ॥
দেৱৰো পূজিত যিটো হৰিৰ ভকত।
সেহিজনে জানিবা উত্তম ভাগৱত॥২৩৭
কহৰৈ গোবিন্দ মিশ্ৰে কৃষ্ণপদে পৰি।
হৰিৰ নামক কোটি তীৰ্থে নোহে সৰি॥
হেন জানি সভাসদ এৰা আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম॥২৩৮

তৃতীয় অধ্যায় সমাপ্ত॥

---

# চতুৰ্থ অধ্যায়

## জ্ঞান-কৰ্ম্ম—সন্ন্যাস যোগ

### ছবি

অধৰ্ম্মত থাকি নৰে ফল এৰি নিৰন্তৰে
কৰ্ম্ম কৰে যাৰ যেন ভাৱে।
কৰ্ম্মত উপজে জ্ঞান জ্ঞানে মোক্ষ সাধিবেক
তৃতীয়ত কহিলা মাধৱে॥
কৃষ্ণপদ-কমলত তাত মধু আছে যত
পান কৰৈ ভকত ভ্ৰমৰে।
মধুপানে হুয়া মত্ত এৰিলেক আন যত
মোক্ষক যে কটাক্ষ নকৰে॥২৩৯
কৃষ্ণপদে বাৰম্বাৰ কোটি মোৰ নমস্কাৰ
কৃপা নছাৰিবা নাৰায়ণ।
মই পাপী দুষ্টমতি নাজানো ভকতি স্তুতি
পদছত্ৰে লৈলোহো শৰণ॥
কৃষ্ণে বোলে ধনঞ্জয় শুনা পূৰ্ব্বকথাচয়
পূৰ্ব্বত কহিলো আদিত্যত।
আদিত্যে শুনিয়া মত এহি যোগ সাংখ্যতত্ত্ব
বিৰবিয়া কহিলা পুত্ৰত॥২৪০

আদিত্য তনয় পুনু নামে শ্ৰাদ্ধদেৱ মনু
শুদ্ধমতি মহন্ত উদাৰ ।
পাচে ৰাজ্য কৰি ভোগ পুত্ৰক দিলন্ত যোগ
বৈষ্ণৱ ইক্ষ্বাকু নাম যাৰ ।
তাৰ পুত্ৰ শুদ্ধমতি বিদেহ ৰাজ্যৰ পতি
নিমি বুলি খ্যাত সৰ্ব্বলোক ।
হৰিপদ ধৰি মনে ৰাজ্য এৰি গৈলা বনে
তেহে যোগ দিলন্ত পুত্ৰক ॥২৪১
পাচে মহাঋষিগণে প্ৰৱৰ্ত্তাৱে অন্যো অন্যে
এহিমতে কতো কাল গৈলা ।
কলি ভৈলা সম্প্ৰতি মনুষ্যৰ অল্পমতি
কালে যোগ পুনু নষ্ট ভৈলা ।
আৰ শুনা সব্যসাচী তোমাক কহওঁ যাচি
ৰহস্য যে আদি গোপ্যতম ।
সিদ্ধ মুনি নজানয় বিনা ভক্তি নপাৱয়
কিন্তু সখি তুমি প্ৰিয়তম ॥২৪২
অৰ্জ্জুনে বোলন্ত স্বামী তোমাৰ বাক্যত আমি
সংশয় মিলিল বিপৰীত ।
গৰু চাৰি বৃন্দাবনে গোৱালীৰ পিয়া স্তন
জন্ম লভিলাহা দৈৱকীত ॥
অতি আগু বৈৱস্বত পূৰ্ব্বকালে আছিলন্ত
কাল গৈলা অযুত নিযুত ॥২৪৩

তাহাৰ কথাৰ তত্ত্ব জানিলাহা কেনমত
ইটো কথা আতি অদভুত ॥২৪৩
কৃষ্ণে বোলে হে অৰ্জ্জুন মোহোৰ তোমাৰ পুন
বহুজন্ম বহি গৈল আগে।
অবিদ্যা শক্তিত থাকি আন নজানাহা সখি
জ্ঞান আৱৰিল মহাভাগ ॥
অজ জন্ম নাহি যাৰ স্বৰূপত নিৰাকাৰ
স্বেচ্ছায়ে শৰীৰ ধৰো আমি।
প্ৰকৃতিৰ অধিষ্ঠান এতে লুপ্ত নাহি জ্ঞান
যিটো মায়া তাৰো অন্তৰ্য্যামী ॥২৪৪
পূৰ্ব্বে যত হৈয়া আছে হৈবেক যতেক পাচে
পূৰ্ব্বাপৰে জানো ধনঞ্জয়।
স্বৰূপ নজানি লোকে মনুষ্য বোলয় মোকে
আৰো বোলে দৈৱকী তনয় ॥
অব্যক্ত অনাদি আমি এতেকে জানিবা তুমি
চিৰন্তন ব্ৰহ্ম নিৰাকাৰ।
মায়াক আশ্ৰয় কৰি মৎস্য কূৰ্ম্ম ৰূপ ধৰি
যুগে যুগে হওঁ অৱতাৰ ॥২৪৫
পুণ্য যেৱে নষ্ট গৈল অধৰ্ম্ম প্ৰৱল ভৈল
তেৱে মই হওঁ যে প্ৰকাশ।
ধৰ্ম্মক থাপন কৰি অধৰ্ম্মক দূৰ কৰি
দুৰ্জ্জন জনক কৰো নাশ ॥

পাৰ্থে বোলে যদুৰায় তোমাত বিষম নাই
শত্ৰু মিত্ৰো দুইটো সমভাৱ।
সাধুক কৰাহা ত্ৰাণ দুৰ্জ্জনক হৰা প্ৰাণ
কেনে কৰা বিষম স্বভাৱ ॥২৪৬
কৃষ্ণে বোলে কহো হেন মাতৃয়ে পুত্ৰক যেন
আছোক স্বপ্নত দয়া নেৰে।
যদি দোষ দেখে তাৰ নকৰয় পৰিহাৰ
তথাপিতো দৃঢ় কৰি তাৰে ॥
এহিমতে কাৰ্য্য মোৰ দুষ্টক নিয়ম কৰো
দণ্ড দিয়া যাক যথোচিত।
মোৰ ক্ৰোধে তাৰ বৰ দণ্ড দয়া সমসৰ
বধতো তাহাৰ হোৱৈ হিত ॥২৪৭
দ্বেষ ভাৱে গালি পাৰে এহিমতে মোক নেৰে
তাৰ ভক্তি হোৱে দ্বেষভাৱে।
হিংসা চিত্তে কায়বাক্যে এতেকেসে স্নেহে বধো
মৰি মোৰ স্বৰূপক পাৱে ॥
কৃষ্ণে দেৱ কল্পতৰু হৃদয়ৰ প্ৰিয় গুৰু
উচ্চ নীচ নাহিকে যাহাৰ।
সত্বগুণে সত্য ধৰ্ম্ম সত্ত্য দয়া সমসৰ
সত্য যাৰ হৰি বস্তু তাৰ ॥২৪৮
গুণময় পৰিহৰি নিৰ্গুণ ভকতি ধৰি
সুখে হোৱে সংসাৰৰ পাৰ।

কহয়ে গোবিন্দ মিশ্র চরণব অববিন্দ
কৃষ্ণপদে কোটি নমস্কাব ॥২৪৯

পদ

আছে আন কর্ম্ম মোব জন্ম জানিবাব।
শুনা পার্থ কেনমতে গতি হোৱে তাব॥
মোব জন্ম কর্ম্ম গুণ যি কাবণে হোৱে।
দৃঢ়মতি থাকে জানি সিয়ো গতি পাৱে ॥২৫০
কাম ক্রোধ লোভ মোহে এবিবেক ভয়।
মইসে পবম প্রিয় কবিলে আশ্রয় ॥
অহর্নিশে মনে মোক চিন্তে নিবন্তব।
এহি জ্ঞানপূত হুয়া তবিলা বিস্তব ॥২৫১
পার্থে বোলে মোক্ষ যদি মহাফল হয়।
তাক এবি কেনে লোক স্বর্গক বাঞ্ছয় ॥
কৃষ্ণে বোলে আছে তাব পূর্ব্বব সংস্কাব।
আন দেৱ ভজে মোব নাহি অধিকাব ॥২৫২
যেন সন্দমত্ত দুখে সুখ মানে নব।
বিবা সুখ মানে সিয়ো ক্ষণেক মাত্তব ॥
ভয় লাজ পাপক নচাই প্রবর্ত্তয়।
দুখে সাধে অল্প সুখ স্বর্গ সেহি নয় ॥২৫৩

ইন্দ্ৰ চন্দ্ৰ আদি আনো দেৱতা পূজয়।
তাৰো ফলদাতা মই জানিবা নিশ্চয়॥
নানা বুদ্ধি কৰি ভজে দেৱতাসকল।
যেনমতে ভজে সেহিমতে পাৱে ফল॥২৫৪
বিভূতি সহিতে সেৱা লক্ষ্মী কৰে মোক।
কল্পবৃক্ষ এৰি সেৱা কৰয় কণ্টক॥
হৰে বিৰিঞ্চিয়ে সেৱা কৰয় লক্ষ্মীত।
লক্ষ্মীৰ কটাক্ষ পাইলে হোৱে কৃতকৃত্য॥২৫৫
যত সুখ ঐশ্বৰ্য্যৰ লক্ষ্মীসে অধিকাৰ।
হেন বুদ্ধি নাই মই লক্ষ্মীৰ ভতাৰ *॥ *স্বামী
যদিবা সকামে থাকি মোৰ পূজা কৰে।
মই দত্ত ভোগ ভুঞ্জি তথাপিতো তৰে॥২৫৬
আন দেৱ ভজি যদি অ ফল পায়।
কিন্তু কৰ্ম্মছিদ্ৰে নষ্ট বিনাশক যায়॥
কৰ্ম্ম ক্ৰিয়া উপবাসে যত পাৱে কষ্ট।
দ্ৰব্য মন্ত্ৰ কায় ছিদ্ৰে পূৰ্ব্বাপৰে নষ্ট॥২৫৭
মোহোৰ কৰ্ম্মৰ তিলমাত্ৰো নষ্ট নাই।
নাজানি কৰক যদি বিশ্বাসক যায়॥
মই অন্তৰ্য্যামী মোক ভিন্ন কৰি লৱে।
ক্ষুদ্ৰ দেৱ পূজি তাৰ ক্ষুদ্ৰ ফল পাৱে॥২৫৮
পাৰ্থে বোলে কৃষ্ণ তুমি সবাহাতে সম।
তথাপি কৰিলা কেনে কৰ্ম্মত বিষ॥

প্ৰৱৰ্ত্তক নিয়ামক তুমিসে ঈশ্বৰ।
কাকো অল্প ফল দিয়া কাহাৰো বিস্তৰ ॥২৫৯
কৃষ্ণে বোলে সত্ত্ব-ৰজ-তম তিনি গুণ।
ক্ষত্ৰ বৈশ্য শূদ্ৰ চাৰি আগুত ব্ৰাহ্মণ ॥
সত্ত্বগুণে ব্ৰাহ্মণ ক্ষত্ৰিয় ৰজোগুণ।
বৈশ্য শূদ্ৰ তমোগুণে জানিবা অৰ্জ্জুন ॥২৬০
গুণ অনুক্ৰমে কৰ্ম্ম কৰয় সকল।
গুণৰ প্ৰভাৱে উচ্চ নীচ হোৱৈ ফল ॥
সৃজো পালো সংহাৰোহো মই তিনি লোক।
তথাপিতো কৰ্ম্মবন্ধে নপাৱয় মোক ॥২৬১
কৰ্ত্তা অকৰ্ত্তা বুলি মোক যিটো জানে।
তাক কৰ্ম্মবন্ধে নপাৱয় একোথানে ॥
মুমুক্ষুসকলে কৰ্ম্ম কৰিল পূৰ্ব্বত।
কৰ্ম্মবন্ধ এৰাইলা কৰ্ম্মৰ জানি তত্ত্ব ॥২৬২
কিন্তু কৰ্ম্ম কৰিলেক এৰি অহঙ্কাৰ।
এহিমতে বিস্তৰ যে তৰিলা সংসাৰ ॥
লোক পৰম্পৰা তুমি কৰ্ম্মক কৰিবা।
বিজনে জানয় তত্ত্ব উপদেশ লৈবা ॥২৬৩
কৰ্ম্মাকৰ্ম্ম বিকৰ্ম্ম যে এহি তিনি মত।
পণ্ডিতো হোৱয় মোহ নজানিয়া তত্ত্ব ॥
পাৰ্থে বোলে কৰ্ম্মৰ যে কিবা আছে কৰ্ম্ম।
লোকে যে ব্যাপাৰ কৰে তাৰ নাম কৰ্ম্ম ॥২৬৪

নকৰিলে ব্যাপাৰ অকৰ্ম্ম সেহি হয়।
তাক কেনে বোলাহা পণ্ডিতো মোহ হয়।
কৃষ্ণ বোলে তিনিতো আছয় বুজিবাক।
কৰ্ম্মাকৰ্ম্ম বিকৰ্ম্ম বুলিয়া কহে যাক ॥২৬৫
সেহিগোট কৰ্ম্ম বেদ শাস্ত্ৰে বোলে যাক।
অকৰ্ম্ম বোলয় বেদে নকৰো তাহাক ॥
যিগোট বিকৰ্ম্ম তাত হোৱৈ প্ৰায়শ্চিত্ত।
ইহাৰ তত্ত্বক কেহো নপাৰে বুজিত ॥২৬৬
যাক জানি সংসাৰৰ আপদ তৰে পুন।
তাহাৰ ৰহস্য কহো শুনিয়ো অৰ্জ্জুন ॥
বেদে কহে বুলি কৰ্ম্ম কৰে সৰ্ব্ব নৰ।
কিন্তু নুবুজয় অৰ্থ বেদৰ বাক্যৰ ॥২৬৭
স্বৰূপতে বেদবাক্য মোৰ বুলি কৰে।
সুখ মাত্ৰ কহি স্বৰ্গপথ প্ৰবৰ্ত্তাৱে ॥
যেন শিশু ভাল মন্দ নাহি তত্ত্ববোধ।
তাক বুলি লোভ দিয়া পিয়াৱৈ ঔষধ ॥২৬৮
তাৰ যেন ঔষধৰ ব্যাধিৰ দূৰ ফল।
কৰ্ম্মৰো মোক্ষেসে ফল জানিবা সকল ॥
বেদ জানো বুলি যিটো কৰে অহঙ্কাৰ।
যিমতে উপজে বেদ ভেদ কহো তাৰ ॥২৬৯
দেহে যে আছয় চাৰি চক্ৰ নিৰুপমা।
পশ্যন্তি বৈখৰী আৰো পৰা যে মধ্যমা ॥

আধার চক্রবপরা পদ্ম তত্ত্ব আতি।
চারিদল কর্ণিকা যে করে পীত জ্যোতি ॥২৭০
অসংখ্যাত নাড়ী আছে দেহর ভিতর।
তার মধ্যে নরনাড়ী আছে মুখ্যতর ॥
নরবো মধ্যত তিনি নাড়ী অনুপাম।
ইড়া যে পিঙ্গলা আরো সুষুম্না যে নাম ॥২৭১
তিনি নাড়ী মূলে বেঢ়ি আছয় কমল।
তার কর্ণিকাত আছে জলর মণ্ডল।
বহ্নির মণ্ডলে আছে উষ্ম নামে বেদী।
উর্দ্ধে চলি যায় যেন মধ্যচক্র ভেদি ॥২৭২
পদ্ম এক আছে তার শ্যাম দশদল।
তার কর্ণিকাত আছে জলর মণ্ডল ॥
যেতিক্ষণে উষ্ণজল একত্র হোরয়।
জল বহ্নি সংযোগত বায়ু উপজয় ॥২৭৩
বায়ু বহ্নি জল এক ঠাই হোরে যদি।
উর্দ্ধে চলে সিটো পশ্যন্তী চক্র ভেদি ॥
পশ্যন্তীর মধ্যে আছে সূর্য্যর মণ্ডল।
রক্তবর্ণ পদ্ম সিটো দুই ষড়দল ॥২৭৪
তার কর্ণিকাক পাইয়া বায়ু বহ্নি জলে।
তিনি মিলি বুদবুদ হৈয়া উর্দ্ধে চলে ॥
যে গোটা বৈখরী চক্রে থাকে কণ্ঠমূলে।
পদ্মগোট প্রকাশয় দুই অষ্টদলে ॥২৭৫

ৰাজহংস সদৃশ যে পঙ্কজ ধৱল।
তাৰ মধ্যে আছে ব্যাপি চন্দ্ৰৰ মণ্ডল ॥
বৈখৰীক ভেদি যাই চন্দ্ৰ মণ্ডলত।
জল বুদবুদ ফুৰৈ ত্ৰিবেণী তীৰ্থত ॥২৭৬
সেহি বুদবুদ চাৰি ভাগ ভৈলা পুন।
ত্ৰিভাগ আশ্ৰয়ে যাই ভৈলা তিনি গুণ ॥
যেহি তিনি ভাগৰ যাহাৰ যিবা নাম।
ঋগ্ তমঃ যজুঃ যজঃ সত্ত্ব বেদ সাম ॥২৭৭
যজুঃ স্ৰজে সাম পালে ঋগে যে সংহাৰে।
নিবৃত্তিক এৰিয়া প্ৰবৃত্তিৰ পথে ধৰে ॥
গুণক আশ্ৰয়ে বেদ ভৈলা গুণময়।
এতে স্বৰ্গ প্ৰলোভিয়া কৰ্ম্মকাণ্ডে কয় ॥২৭৮
যিটো বুদবুদ্ ব্ৰহ্মৰন্ধ্ৰে বাহিৰায়।
বেদভাগ নিৰ্গুণ ঈশ্বৰ মাত্ৰ কয় ॥
যিগোটা নিবৃত্তি পথ ঈশ্বৰৰ মত।
এতে বেদ শিৰোভাগ বোলে জগতত ॥২৭৯
বুদ্বুদে হোৱে শব্দ ওঠে কণ্ঠে যায়।
শব্দব্ৰহ্ম হোৱৈ বাগীন্দ্ৰিয় লাগ পায় ॥
বৰ্ণ ভৈলে ক্ৰমে বেদ অৰ্থ হেৱয় প্ৰচাৰ।
পঢ়ে মাত্ৰ বেদ অৰ্থ নজানয় তাৰ ॥২৮০
ঈশ্বৰ মুখৰ বাণী যত বেদচয়।
সিকাৰণে শব্দব্ৰহ্ম জগতে ঘোষয় ॥

যাক বোলে মুনি তিনি লোকে থাকে জ্ঞান।
ভূত ভবিষ্যত সি জানয় বৰ্ত্তমান ॥২৮১
এনুৱা মুনিয়ো চিত্তে আত্ম-জ্ঞানে ধ্যানে।
তথাপি বেদৰ অৰ্থ স্বৰূপ নজানে ॥
যদি বোলা বেদ অৰ্থ নজানয় ভেদ।
যেন আকাশৰ পুষ্প সেহিমতে বেদ ॥২৮২
স্বৰূপত কহো বেদ তাত্পৰ্য্য যত।
সেহিসে বেদজ্ঞে জানে মহাভাগৱত ॥
ভাগৱত মত লৈয়া জানিবা সকলে।
এবে কহো কৰ্ম্ম অকৰ্ম্মক যাক বোলে ॥২৮৩
আন দেৱ-দেৱী পূজি কৰে যেই কাম।
নিশ্চয়ে অকৰ্ম্ম বুলি জান তাৰ নাম ॥
কিন্তু মন্দভাগী যে সকাম কৰ্ম্ম কৰে।
যেন গলে শিলা বান্ধি সাগৰত তৰে ॥২৮৪
প্ৰায়শ্চিত্ত জপ তপ তীৰ্থ যজ্ঞ দান।
অকৰ্ম্মীৰ এতেক নকৰে নাহি ত্ৰাণ ॥
বিকৰ্ম্মী গৰ্হিত কৰ্ম্ম কৰে গুৰুতৰ।
অকৰ্ম্মীত কৰি বিকৰ্ম্মীসে ভদ্ৰতৰ ॥২৮৫
প্ৰায়শ্চিত্ত জানিবাহা বিকৰ্ম্মীক লাগি।
কৰি প্ৰায়শ্চিত্ত পাচে হোৱয় পুণ্যভাগী ॥
পাচে তপ জপ যজ্ঞ তীৰ্থাদি কৰয়।
মন শুদ্ধ হৈয়া যে সৎসঙ্গ লাগ লয় ॥২৮৬

সাধুসঙ্গে থাকি হোৱে ঈশ্বৰে ভকতি।
এহি অনুক্ৰমে বিকৰ্ম্মীয়ে পাৱে গতি ॥
কৰ্ম্মাকৰ্ম্ম বিকৰ্ম্মে যে পূৰ্ব্বৰ সংস্কাৰ।
হৰিভক্ত আৰম্ভে হোৱয় ছাৰখাৰ ॥২৮৭
তোমাত বেদৰ তত্ত্ব কহিলোহো বাছি।
একে প্ৰিয়শিষ্য তুমি সখি সব্যসাচী ॥
ঈশ্বৰাংশ নৰ তুমি নাৰায়ণ মই।
জীৱ পৰমাত্মা ভেদে জানিবা নিশ্চয় ॥২৮৮
মোহাশ্ৰয় শুচি অহংভাৱ গুচি যাৱে।
তাৱদেকে ভেদ জীৱ স্বৰূপ নপাৱে ॥
তোমাত কহিলো যে বেদ পৰিচ্ছেদ।
কিন্তু কৰ্ম্ম কৰিবাক আছে তত্ত্বভেদ ॥২৮৯
কৰ্ম্মতে অকৰ্ম্ম বুদ্ধি কৰিবা নিশ্চয়।
অকৰ্ম্মত কৰ্ম্ম দেখিবাহা ধনঞ্জয় ॥
ঈশ্বৰৰ অৰ্থে কৰ্ম্ম কৰে যত যত।
সেহিগোটা কৰ্ম্ম নোহে জানা স্বৰূপত ॥২৯০
যত কৰ্ম্ম বেদে কহে সকল নিৰ্গুণ।
পূৰ্ব্বে বোলা গুণ বাক্য হুয়োক অৰ্জ্জুন ॥
ইমতে ঈশ্বৰ কৰ্ম্ম কেৱলে নিৰ্গুণ।
কৰ্ম্ম অকৰ্ম্মৰ ভেদ কহিলো অৰ্জ্জুন ॥২৯১
কৰ্ম্ম কৰি বন্ধ নোহে দেখা হেতু কোন।
ঈশ্বৰো নিৰ্গুণ তাৰ কৰ্ম্ম যে নিৰ্গুণ ॥

তাহাৰ মায়ায়ে বান্ধে তেহে মুক্ত হেতু।
কৰ্ম্মবন্ধ মুহিবাৰ এহি নিজ হেতু॥২৯২
অকৰ্ম্ম যে গোট কহো জানা মহাবীৰ।
অকৰ্ম্মীৰ তত্বক জানিতে পাৰে ধীৰ॥
অকৰ্ম্মতে কৰ্ম্মক দেখিবে সৰ্ব্বঠাই।
কৰিলে বন্ধন নকৰিলে প্ৰত্যবায়॥২৯৩
যেন যমদাগ্নি পূৰ্ব্বে আপোন ভাৰ্য্যাক।
কাটিবে বুলিলা পুত্ৰ পৰশুৰামক॥
নকাটিলে পিতৃ-আজ্ঞা ভঙ্গ হোৱে আগে।
কাটিলে স্ত্ৰীবধ মাতৃবধ দুয়ো লাগে॥২৯৪
কি কৰিবো ৰামে খুজি নপান্ত নিশ্চয়।
অকৰ্ম্মীৰ উভয় সঙ্কট সেহি নয়॥
সকামে যিগোটা নানা দেৱ পূজে লোক।
সেহিসে অকৰ্ম্মী তাত কৰ্ম্ম দেখিয়োক॥২৯৫
নকৰিলে প্ৰায়শ্চিত্ত হোৱয় অধৰ্ম্ম।
যদি কৰে সংসাৰত বান্ধে সেহি কৰ্ম্ম॥
উভয় প্ৰকাৰে নষ্ট কৰ্ম্ম সকামীৰ।
হেন জানি অৰ্পি কৰ্ম্ম কৰা ঈশ্বৰৰ॥২৯৬
যদি বোলা ঈশ্বৰৰ কৰ্ম্ম কেনে শ্ৰেষ্ঠ।
বন্ধন স্বভাৱে মোক্ষ কৰয় অনিষ্ট॥
ঈশ্বৰৰ অৰ্থে কৰ্ম্মে নিবাহাবে কৰে।
অশেষে সিদ্ধিল তাৰ কৰ্ম্ম নাশিৱাবে॥২৯৭

কৰ্ম্ম কৰে যিটো কাম সঙ্কল্প বৰ্জ্জিত।
ফলত্যাগ কৰা জানা সেহিসে পণ্ডিত॥
সেহি কৰ্ম্ম জ্ঞানে তাক বোলে যোগযুক্ত।
নিত্যতৃপ্ত হৈয়া ভৈলা সংসাৰৰ মুক্ত॥২৯৮
তাৰ কৰ্ম্ম নাহি আৰ যদি কৰ্ম্ম কৰে।
যেন কুম্ভকাৰ চক্র এৰিলেও ফুৰে॥
সুখক নোখোজে পৰিগ্ৰহুকো নকৰে।
যথা লাভে দেহ মাত্র যেন ৰক্ষা কৰে॥২৯৯
সিদ্ধ অসিদ্ধত সম হুয়া নিৰন্তৰে।
কাম ক্রোধ লোভ মোহ এৰিয়া সংসাৰে॥
নৈৰাশিক হৈয়া যদি মোহোক চিন্তয়।
সেহিসে পৰম সাধু জানা ধনঞ্জয়॥৩০০
মুক্তিক বাঞ্ছয় যিটো তাৰ এহি মত।
ঈশ্বৰত অৰ্পি কৰ্ম্ম কৰন্ত সমস্ত॥
আৰূঢ় যোগীৰ যদি কিছু কৰ্ম্ম নাই।
তথাপি কৰয় কৰ্ম্ম লোক প্রৱৰ্ত্তাই॥৩০১
বৰ্ণাশ্ৰম নিয়মৰ কৰিলোহো বিধি।
কিন্তু নিষ্টে দৃঢ় কৰি তাতে আছে সিদ্ধি॥
এক ব্ৰহ্ম নানা ভাব কৰিয়া ভাবয়।
দ্বাদশ যজ্ঞক কহো শুনা ধনঞ্জয়॥৩০২
কতো নানা যজ্ঞ কৰি ব্ৰহ্মত অৰ্পয়।
কৰ্ত্তা কৰ্ম্ম ঘৃত অগ্নি দেখে ব্ৰহ্মময়॥

কতো কৰ্ম্ম যজ্ঞ যজে ইন্দ্ৰি আদি যত ।
সবাকো ঈশ্বৰ বুলি মানয় মনত ॥৩০৩
আগভাগী ব্ৰহ্মক অগ্নি বুলি ধৰে ।
যত ভক্ষ্য ভোজ্য যে ব্ৰহ্মাত হোম কৰে ॥
ব্ৰহ্মচাৰী সবেও নিষ্ঠাত কৰি বোধ ।
জ্ঞানেন্দ্ৰিয় কৰ্ম্মেন্দ্ৰিয় কৰিব নিৰোধ ॥৩০৪
ইন্দ্ৰিয়ত আৰো ইন্দ্ৰি হোম কৰে পুন ।
সেহিগোটা নিষ্ঠা যজ্ঞ জানিবা অৰ্জ্জুন ॥
গৃহস্থৰ যজ্ঞ সখি শুনিয়ো নিৰ্ণীত ।
ইন্দ্ৰি অগ্নি ভৈলন্ত বিষয় ভৈল ঘৃত ॥৩০৫
বিষয়ত থাকি অনাসক্তি যিটো ভুঞ্জে ।
পাইলে নেবে নপাইলে তথাপি নোখোজে ॥
কতো ধ্যান যজ্ঞ কৰি একাগ্ৰ মনক ।
আত্মাত কৰয় হোম ইন্দ্ৰিয় প্ৰাণক ॥৩০৬
কতো সবে যজ্ঞ দ্ৰব্য কৰে নানা দান ।
কৰয় তপস্যা যজ্ঞ কৃচ্ছ্ৰ চান্দ্ৰায়ণ ॥
কতো সবে চিত্তৰ বৃত্তিক নিৰোধয় ।
আত্মাত কৰয় হোম ইন্দ্ৰিয় প্ৰাণক ॥৩০৭
শ্ৰদ্ধায়ে যজ্ঞক আৰো কৰে কতো জন ।
বেদ অধ্যয়ন কৰে শ্ৰৱণ মনন ॥
প্ৰাণায়াম যজ্ঞ কহো শুনিয়ো নিৰ্ণয় ।
বায়ু যে অপান বায়ু অধক চলয় ॥৩০৮

উৰ্দ্ধক যি গোটা চলে প্ৰাণ নাম তাৰ।
অধে উৰ্দ্ধে দুই বায়ু কৰয় প্ৰচাৰ॥
ধৰি মুখে প্ৰাণ বায়ু উৰ্দ্ধক তুলিৰ।
প্ৰাণ অপানক তুলি একত্ৰ কৰিব॥৩০৯
অধে উৰ্দ্ধে দুয়ো গতি নিৰোধি কুম্ভকে।
প্ৰাণক অপানে হুমি এৰিবে ৰেচকে॥
এহি প্ৰাণায়াম পিণ্ড শুদ্ধ সৰ্ব্ব ঠায়ে।
প্ৰাণায়াম বিনা দেহা যেন শৱ প্ৰায়॥৩১০
দশ প্ৰাণ থাকি দেহে যি কৰ্ম্ম কৰয়।
যাৰ যেন কৰ্ম্ম কহো শুনা ধনঞ্জয়॥
তাক বোলে প্ৰাণ বায়ু উৰ্দ্ধে যে প্ৰচাৰ।
গুহ্যে বহে যি গোটা অপান নাম তাৰ॥৩১১
বঢ়ায়ে কোঞ্চায়ে হস্ত পদ অনুষ্ঠান।
তাক যিটো কৰায়ে তাহাৰ নাম ব্যান॥
পুৰুষ ভুঞ্জয় অন্ন পান পেট ভৰি।
যি গোটে সবাকে বাণ্টি দেই সম কৰি॥৩১২
বাণ্টিলা মাত্ৰকে অন্ন অঙ্গে অঙ্গে চলে।
সম কৰি দেই যিটো সম বয়ু বোলে॥
বাত পিত্ত কফ বায়ু যত কৰায়য়।
সি গোটা উদান নাম জানা ধনঞ্জয়॥৩১৩
নাগ না বায়ু গোট আছে শৰীৰত।
সমস্ত লোকক কাস হাঞ্চি কৰাৱন্ত॥

কৃকৰ বায়ুৱে ক্ষুধা কৰে পুৰুষৰ।
কূৰ্ম্ম বায়ু চক্ষু মেলে ঘূৰে নিৰন্তৰ ॥৩১৪
দেৱদত্ত বায়ুগোট হাঁমি কৰাৱয়।
মৰিলে কি গোটে নেৰে সেহি ধনঞ্জয় ॥
মধ্যত কহিলো প্ৰাণ-বায়ু যেনমত।
দ্বাদশ যজ্ঞক কহো শেষ আছে যত ॥৩১৫
কতো গুলা যজ্ঞ হয় নিয়ম আহাৰে।
চাৰিভাগ পেট দুই ভাগ অন্নে ভৰে ॥
ভাগেক পূৰয় তাৰ জল পান কৰি।
অপৰ ভাগত বায়ু থাকয় সঞ্চৰি ॥৩১৬
আহাৰ সঙ্কোচে ইন্দ্ৰিয়ৰ হয় লয়।
প্ৰাণতে অপান হোম আপুনি হোৱয় ॥
এহিমতে যজ্ঞ কৰি অৱশেষ খায়।
সৰ্ব্বপাপে মুক্ত হুয়া ব্ৰহ্মপদ পায় ॥৩১৭
এহিমতে বহুবিধ যজ্ঞ নিৰন্তৰ।
বেদব্ৰহ্ম কহে বাক্য ঈশ্বৰ মুখৰ ॥
অযজ্ঞ জনৰ ইহকালে সুখ নাই।
পৰকালে ঘোৰ দুখ নৰকক পায় ॥৩১৮
এহিমতে বিস্তৰ যজ্ঞতে কৰে নিষ্ঠ।
তথাপি সবাতো পৰে জ্ঞানযজ্ঞ শ্ৰেষ্ঠ ॥
সমস্তে আছয় কৰ্ম্ম জ্ঞানৰ লগত।
গুৰু মানি জ্ঞান লৈবা উপদেশ তত্ত্ব ॥৩১৯

যেহি গুৰু সেহি হৰি কৰি এক মতি।
তেবেসে ভকতি বাঢ়ি হৈবে শুদ্ধমতি॥
যি জ্ঞানক জানি নষ্ট হোৱে মোহ যত।
বাসুদেৱ বুদ্ধি দেখে সমস্ত প্ৰাণীত॥৩২০
যাতপৰে সংসাৰত মহাপাপী নাই।
সমস্ততে এৰাৰে তেবে এহি জ্ঞান পাই।
অনেক জন্মৰ পাপ পুণ্য নিৰন্তৰে।
এহি জ্ঞানে তৎকাল মান ভস্ম কৰে॥৩২১
যেহেন বিস্তৰ খেৰ থৈয়াছে দমাই।
অল্প অগ্নি লাগি ক্ষণমাত্ৰে কৰে ছাই॥
তত্ত্বজ্ঞানে পৱিত্ৰ হোৱয় যেনমত।
পৱিত্ৰ কৰন্তা হেন নাহি সংসাৰত॥২২
শ্ৰদ্ধা ৰতি সহিতে সাত্ত্বিক কৰি বুদ্ধি।
জ্ঞানে নিত্য অভ্যাসে আপুনি হোৱে সিদ্ধি॥
বিনা গুৰু অজ্ঞানে কৰে অহঙ্কাৰ।
শ্ৰদ্ধা আস্তিক বুদ্ধি দুয়ো নাহি তাৰ॥৩২৩
গুৰু নাহি লোক দেখি কৰ্ম্মক কৰয়।
কুঞ্জৰৰ স্নান যেন তাৰো সোহি নয়॥
কৰিলে কৰয় কৰ্ম্ম নুগুচে সংশয়।
যেন মিছা বস্তুত পুৰুষে ধৰৈ ভয়॥৩২৪
একোকালে গতি নাই সংশয়ী জনৰ।
পৰকালে কৰ্ম্মফল নৰক মাত্ৰৰ॥

তুমি কৰ্ম্ম কৰিবা নকৰি অহঙ্কাৰ।
ঈশ্বৰে অৰ্পিয়া কৰা আজ্ঞা মানি তাৰ ॥৩২৫
আত্মাক অকৰ্ত্তা বুলি যিজনে জানয়।
তাক একোকালে কৰ্ম্মপাশে নবান্ধয় ॥
অজ্ঞান সংশয় মোহ অহঙ্কাৰ বুদ্ধি।
জ্ঞান তীক্ষ্ণ খড়্গে তাক পেলায়োক ছেদি ॥৩২৬
বন্ধুবধ শোক মোহ অজ্ঞানৰ ইচ্ছা।
সংশয়ক এৰি বুজা যত দেখা মিছা ॥
কহয় গোবিন্দ মিশ্রে মহিমা কৃষ্ণৰ।
গোকুল ঢাকিয়া যিটো ৰাখিল মন্দৰ ॥৩২৭
লীলায়ে গোৱাল গৰু ৰাখিলা মুৰাৰি ॥
বামহাতে সাত দিন গোবৰ্দ্ধন ধৰি।
ইন্দ্ৰৰ পূজাক যিটো আপুনি ভুঞ্জিলা ॥
কোনে বুজিবেক সিটো ঈশ্বৰৰ লীলা ॥৩২৮
যুদ্ধে হাৰি ইন্দ্ৰে নাম থৈলন্ত গোবিন্দ।
শিৰে ধৰো মই তান চৰণাৰবিন্দ ॥
অহঙ্কাৰ মহামোহ গুচে যেনমত।
সদায়ে থাকোক মন ৰঙা চৰণত ॥৩২৯
দিন ভৈলে যি যি কৰ্ম্মে প্ৰবৰ্ত্তায়া নৰ।
শয়নত থাকে সেহি কৰ্ম্মৰ ভিতৰ ॥
অভ্যাস চিন্তন মন পৰম উপায়।
সমাধিত ঈশ্বৰ মূৰ্ত্তিক লাগ পায় ॥৩৩০

যদি ভাল বস্তু খাই উগাৰত আসে।
তাহাৰ সুগন্ধ বায়ু যায় দশোদিশে ॥
হেন জানি সভাসদ পৰম উৎসুকে।
অৰুণ চৰণ ছুটি বান্ধিয়োক বুকে ॥৩৩১
হৃদি ৰূপ ধৰা মুখে লোৱা হৰিনাম।
কলিযুগে নাম বিনে গতি নাই আন ॥
অপাৰ সংসাৰ পাৰ পাইবা মহাসুখে।
ৰামকৃষ্ণ ৰামকৃষ্ণ ডাকিয়োক মুখে ॥৩৩২

---

চতুৰ্থ অধ্যায় সমাপ্ত

# পঞ্চম অধ্যায়

## কর্ম্ম-সন্ন্যাস যোগ

### দুলড়ী

অৰ্জ্জুন বদতি        বোলা যদুপতি
    জ্ঞানত সমস্ত হয়।
তাত আৰো কৰ্ম্ম        শ্ৰেষ্ঠ কৰি কহা
    ইহাত বৰ সংশয়॥
কৃষ্ণে বোলে জ্ঞান        কৰ্ম্মক কহিলো
    ফলতো দুয়ো সমান।
নকৰিলে কৰ্ম্ম        সন্ন্যাস নিসিজে
    এতেকে কৰ্ম্ম প্ৰধান॥৩৩৩
ঈশ্বৰৰ অৰ্থে        ৰাগ দ্বেষ এৰি
    গৃহে থাকি কৰ্ম্ম কৰে।
জানিবা সন্ন্যাস        সিজিল তাহাৰ
    অনায়াসে সিটো তৰে॥
সাংখ্যজ্ঞান-কৰ্ম্ম        দুইবো একে ধৰ্ম্ম
    আৰ দুইবো একে গতি।
তাক ভিন্ন কৰি        যিজনে দেখয়
    সিটো মূৰ্খ মন্দমতি॥৩৩৪

কৰ্ম্মক নকৰে সন্ন্যাসক ধৰে
তাৰ মাত্ৰ দুখ সাৰ ।
কৰ্ম্ম কৰে আগে বিলম্ব নালাগে
সুখে যে তৰে সংধাৰ ॥
যোগ কৰ্ম্ম কৰি ইন্দ্ৰিয় নিয়ম
চিত্ত কৰিলেও শুদ্ধি ।
কৰ্ম্ম কৰিবেক কৰ্ম্ম নোহে মানে
সবে দেখে আত্মবুদ্ধি ॥৩৩৫
যতেক বিষয় সবে গুণময়
কৰ্ম্মক কৰে সাক্ষাত ॥
ঈশ্বৰৰ কাযে ইন্দ্ৰি প্ৰৱৰ্ত্তয়
আত্মা কৰ্ত্তা নোহে তাত ॥
পূৰ্ব্ব সংস্কাৰে যোগী কৰ্ম্ম কৰে
কৰিতে আশক্তি নাই ।
যত কৰ্ম্ম মানে অজ্ঞানীৰ থানে
কৰে লোক প্ৰৱৰ্ত্তাই ॥৩৩৬
বাক্য পদ হস্ত গুহ্য যে উপস্থ
উশাস নিশ্বাস ঘ্ৰাণ ।
ভোজন শয়ন শ্ৰৱণ গ্ৰহণ
দৰ্শন স্পৰ্শন প্ৰাণ ॥
সবে ইন্দ্ৰি কৰ্ম্ম ব্ৰহ্মে অৰ্পি কৰে
নিলিপয় কৰ্ম্মমলে ।

যেন পদ্মপত্র জলতে থাকয়
যেন নির্লিপয় জলে ॥৩৩৭
কৃষ্ণে বোলে সখি তিনি গোট তত্ত্ব
কহো শুনা তাব নাম।
ভক্তি জ্ঞান এক ভক্তি যে গোটেক
গোটেক আব সকাম॥
ভক্তি যেন খান কহিবো সাধন
শুনিয়ো তাব যুগুত।
ভক্তিব মহিমা নাহিকে উপমা
শুনিবাতো অদভুত ॥৩৩৮
কবে স্নান দান বুদ্ধিত নিশ্চয়
অন্তবে নাম স্মবণ।
কর্ম্ম এবি ফল সঙ্কল্প এবিব
কবিব হবি কীর্ত্তন ॥
সর্ব কর্ম্ম কবে অর্পিয়া ঈশবে
যেন সেৱকব নয়।
হবিপদে আশ কবিয়া বিশ্বাস
অনায়াসে গতি পায় ॥৩৩৯
কর্ম্মী বহির্ম্মুখ তাব কহো দুখ
আশাভঙ্গে প্রাণ যায়।
দুগ্ধ খাইবো বুলি মনে আশা কবি
চাবি মবৈ যাজী গাই॥

দ্ৰব্য সাঙ্গে যবে উপবাসে যবে
বেপাৰবে সীমা নাই।
কাল দেশ বুদ্ধি দ্ৰব্য দেহ শুদ্ধি
ভৈলে কৰ্ম্মফল প্ৰায় ॥৩৭০
ইহাৰ মধ্যত ভ্ৰম প্ৰমাদত
যদি অঙ্গহীন ভৈলা।
ফলো নাহি তাৰ দুখ মাত্ৰ সাৰ
কৰ্ম্মী নষ্ট দ্ৰব্য গৈলা॥
যদি ফল পায় স্বৰ্গ ভুঞ্জে যায়
মুগুচে চিন্তা মনত।
পূৰ্ব্বকৰ্ম্মে টানি কেশে ধৰি আনি
পেলাৱয় নৰকত ॥৩৭১
যিটো আত্মজ্ঞানী সবে মিথ্যা জানি
শৰীৰে নগৰ তাৰ।
একে দুৱাৰক নিৰোধ নাযায়
যাৰ নৱখান দ্বাৰ॥
নৱ দ্বাৰে আতি থাকি কৰে জ্যোতি
মোৰ দেহ নহে মানে।
যাৰ শৰীৰত অভিমান নাই
মুক্ত হোৱে সিটোজনে ॥৩৭২
পাৰ্থে বোলে বাণী যত আছে প্ৰাণী
কেহো নোহে স্বতন্তৰ।

আত্মা ইচ্ছা কৰ্ম্ম করিতে নপাৰে
পৰাধীন ঈশ্বৰৰ ॥
শুভাশুভ কৰ্ম্ম ঈশ্বৰে যাহাক
কৰাৱন্ত যেন ভাৱে।
প্রয়োজক ভৈলে নাহি পাপ পুণ্য
ঈশ্বৰক পুনু পাৱে ॥৩৪৩
বোলাহা ঈশ্বৰ সবাতে সমান
পূৰ্ণকাম লক্ষ্মীপতি।
অভক্তৰ বস্তু কটাক্ষ নকৰা
ভক্তৰ লোৱা হাত পাতি ॥
কৃষ্ণে বোলে সখি অপমান দেখি
সিয়ো আৰাধিবে মোক।
অপমানে ধ্রুবে মোহোক ভজিলে
দিলোহো উত্তম লোক ॥৩৪৪
শুনা গুড়াকেশ কহো উপদেশ
সবাতো সম ঈশ্বৰ ॥
অজ্ঞানত থাকি মৰে হেন দেখি
দণ্ড দয়া সমসৰ ॥
বোলাহা ঈশ্বৰ প্রয়োজক হুয়া
স্রজে পালে কতো মাৰে।
পাপপুণ্য চয় নেদে একৱায়
হৰি কাকো একো কালে ॥৩৪৫

অবিদ্যা মোহিত হয়া বিড়ম্বিত
ঈশ্বরক কর্ত্তা মানে।
করে অহঙ্কার গুণ অনুসরি
মূরুখে তাক নজানে॥
হেন বুদ্ধি নাই ভক্তি যে বিনায়
নছারে সংসার বন্ধ।
নেদেখো উপায় ইয়ো গতি নাই
সেহি জানা নিজে অন্ধ॥৩৪৬
গোবিন্দে কহয় দেব দয়াময়
চরণে লৈলো শরণ।
দিয়া পদছাঁয়া গুচায়োক মায়া
ত্রাহি ত্রাহি নারায়ণ॥
নতি করো শ্যাম মুখে ফুরা নাম
সদা নছারোক মোর।
এরি আন কাম ডাকি বোলা রাম
তরিয়ো সংসার ঘোর॥৩৪৭



পদ

আত্মজ্ঞানে জ্ঞানীৰ অজ্ঞান ভৈল নাশ।
জ্ঞানে দীপ্তি কৰৈ যেন সূৰ্য্যৰ প্ৰকাশ॥
আত্মাত কৰিলে মন চিত্ত বুদ্ধি লয়।
ঈশ্বৰে কৰিয়া নিষ্ঠা পৰম আশ্ৰয়॥৩৪৮
আত্মজ্ঞানে পাপ নষ্ট ভৈলা জানা তাৰ।
পৰম পদক পাৱৈ জন্ম নাহি আৰ॥
যদি বোলা কোন হেতু ভৈলা এতমান।
সম বিষয়ত সিটো দেখয় সমান॥৩৪৯
হয় সত্ত্ব গুণযুক্ত হেনয় ব্ৰাহ্মণ।
বেদ-শাস্ত্ৰ গুণযুক্ত সবে সম্পূৰণ॥
গো হস্তী চাণ্ডাল যে কুকুৰকো ভক্ষে।
দ্বিজ সমে জ্ঞানী সংাহাকো একে দেখে॥৩৫০
কৰ্ম্মত বিষয় দেখে চাণ্ডাল ব্ৰাহ্মণ।
জাতিত নিকৃষ্ট গৰু হস্তী আৰো শ্বান॥
তথাপিতো সম দেখে জ্ঞান অখণ্ডিত।
সেহিসে সৰ্ব্বজ্ঞ আতি পৰম পণ্ডিত॥৩৫১
ব্ৰহ্মভাৱে সবাতে সংশয় দূৰ গৈল।
সংসাৰে আছন্ত জীয়ন্তেহে মুক্ত ভৈল॥
প্ৰিয় যদি হোৱে তাত নকৰে আহ্লাদ।
যদি শোক হোৱে তাত নকৰে বিষাদ॥৩৫২

বুলিবাহা চাণ্ডাল ব্রাহ্মণ সম হুই।
তেবে ধৰ্ম্ম অধৰ্ম্ম নৰক পাইল কই॥
অগ্নিৰ স্ফুলিঙ্গ হেন বাহিৰায় যায়।
নিৰ্ব্বাণক পাইলে যেন আসে পূৰ্ব্ব ঠাই॥৩৫৩
আত্মাৰ স্ফুলিঙ্গ জীৱ দেখে নানা কৰি।
অজ্ঞান অবিদ্যা শক্তি আছয় আবৰি॥
উপাধি গুচিলে অবিদ্যায়ে বিদ্যা হুই।
বিদ্যা ভৈলে আত্মা মাত্র জীৱ পাইলা কই॥৩৫৪
যত বিধি নিষেধ মায়াত আছে পূৰ্ণে।
নিৰ্গুণ ব্ৰহ্মক কি কৰিবে দোষ গুণে॥
সম্মোহ গুচিয়া স্থিৰ বুদ্ধি ভৈল যাৰ।
ব্ৰহ্মভাৱ হুয়া চিত্ত নপালটে আৰ॥৩৫৫
আত্মাক চিন্তনে উপৰাম ভৈল মন।
অক্ষয় অব্যয় সুখ পাইলা সেহিজন॥
যদি বোলা বিষয় সুখক ত্যাগ কৰে।
মোক্ষে কিবা কাৰ্য্য সাধিবেক তাত পৰে॥৩৫৬
বিষয়ত হন্তে সুখ যতেক আছয়।
পৈশূন্য যে হিংসা ভয় বিস্তৰ হোৱয়॥
যেন স্বপ্নে পেট ভৰি লাড়ু খাইল নৰ।
ক্ষুধা পলাৱে স্বাদ মুখে মনোহৰ॥৩৫৭
জাগি দেখে ক্ষুধা আছে মুখে লাড়ু নাই।
মোক্ষ বিনে আন সুখ দুখ সেহি প্ৰায়॥

অন্ন দিনে থাকে মাত্র শুচে তেতিক্ষণে।
হেন জানি তাত নবময় সাধু জনে ॥৩৫৮
ব্রহ্মত শরেয় যোগী তাতে দিয়া চিত্ত।
যিটো সুখ পাবে ব্রহ্মানন্দ অখণ্ডিত ॥
কিন্তু কাম ক্রোধ আছে দুইগোটা বৈরী।
যারে মুক্ত নহে তারে লৈবে ভাল কৰি ॥৩৫৯
যেন মৃত শৱক যে বেড়িয়া কান্দয়।
যুবতীসকলে তাক ধৰি আলিঙ্গয় ॥
শৱৰ ইন্দ্রিয়ে যেন চেষ্টা নকৰয়।
জ্ঞানীৰ জীৱন্তে জানা হৈব সেহি ক্ষয় ॥৩৬০
সেহি মুক্ত যোগী সখি জানিবা সাক্ষাত।
আছে কাম ক্রোধ তাত বেগ নোহে জাত ॥
বুলিবাহা কাম ক্রোধ ত্যজি গতি পায়।
কিন্তু তাত হেনমত আছে অভিপ্রায় ॥৩৬১
আগত কৰয় নটে নটী নৃত্য গীত।
দেখিয়া নেদেখে তাক নকৰয় চিত্ত ॥
কেৱলে ৰময় যিটো আত্মাত মাত্তৰ।
সিদ্ধিত ব্রহ্মভূত হুয়া মোক্ষ লভে নৰ ॥৩৬২
ছেদিয়ো সংশয় যত মনৰ বৈধক।
সৰ্ব্বদায়ে যোগী চিত্তে প্রাণীৰ হিতক ॥
সেহি জ্ঞান যোগৰ সাধন কহো যত।
ইন্দ্রিয় বিষয় যত এৰিব বাহ্যত ॥৩৬৩

প্রাণ অপানক দুইকো করিব সমান।
নিশ্চলে রাখিব দুইকো ভ্রূর মধ্যস্থান ॥
নাসা অগ্রে দুয়ো বায়ু করিবেক গতি।
শূন্যে মন রাখি ব্রহ্ম থাকিবেক চিন্তি ॥৩৬৪
বিষয় এরিলে মন ব্রহ্ম এক স্থান।
আপোনাক পাসরিব নাহি মই জ্ঞান ॥
সকলে গুচিয়া মন রহে এক ঠাই।
যেন মৃতকর কিছু সুখ দুখ নাই ॥৩৬৫
এহিমতে চিন্তিয়া যে স্থির ভৈলা মন।
জীয়ন্তে মুকুত সখি ভৈলা সেহিজন ॥
যদি তুমি তাত হেন বোলা কুন্তীসুত।
জ্ঞানত দেৱতা বিঘ্নি করয় বহুত ॥৩৬৬
যেনমতে নহে বিঘ্নি কহো হেতু তার।
সর্ব্বদায়ে মই হওঁ সদায় তাহার ॥
যজ্ঞ দান তপ পূর্ব্বে করিলেক যত।
মোক ভজি কর্ম্ম যত অর্পিলে সমস্ত ॥৩৬৭
যজ্ঞর পালক ভোক্তা মই মহেশ্বর।
অন্তর্য্যামী সুহৃদ যে সমস্ত লোকর ॥
এহিখানি জ্ঞান যেবে জানিলেক লোক।
নিশ্চয়ে জানিবা মুক্ত হয়া পাইলা মোক ॥৩৬৮
কহয় গোবিন্দ মিশ্রে জ্ঞানর মহত্ত্ব।
বন্দোহো কৃষ্ণর অরবিন্দ চরণত ॥

শুনিয়োক সভাসদ দেখা বিদ্যমান।
কৃষ্ণ সম প্ৰিয় গুৰু বন্ধু নাহি আন॥৩৬৯
কৃষ্ণে বোলে পঞ্চম অধ্যায় প্ৰথমত।
সেহিসে নিৰ্গুণ জ্ঞান চিন্তনৰ মত॥
পঞ্চমৰ অন্তে কহে সগুণ নিৰ্গুণ।
দুইৰো ব্যৱস্থাক কহো শুনিয়ো অৰ্জ্জুন॥৩৭০
দুই পাৱ দিলা তীৰ্থ কৰোক গমন।
চক্ষু দুই দিলা সন্ত হোক দৰিশন॥
নাসা দিলা তুলসীৰ ঘ্ৰাণ লৈবা পুন।
কৰ্ণ দুই দিলা তান শুনে নামগুণ॥৩৭১
হস্ত দুই দিলা কৃষ্ণ কৰ্ম্মে প্ৰৱৰ্ত্তোক।
উদৰ দিলন্ত তাৰ প্ৰসাদ ভুঞ্জোক॥
শিৰগোট দিলা তান আনন্দিত মন।
পদাৰবিন্দত সদা কৰোক বন্দন॥৩৭২
জিহ্বা মুখ দিলা সদা কৰোক কীৰ্ত্তন।
নামক স্মৰন্তে মন দিলা সৰ্ব্বক্ষণ॥
বুদ্ধিক দিলন্ত কৃষ্ণ ৰূপক চিন্তোক।
চিত্তক দিলন্ত তাতে অচলে ৰহোক॥৩৭৩
অহঙ্কাৰ সহিতে দিলন্ত অভিমান।
ঈশ্বৰ কৃষ্ণৰ মই ভৃত্য হৈব জ্ঞান॥
সবাৰো আশ্ৰয় ইটো আছে দেহাগুটি।
কৃষ্ণ সেৱকৰ পদধূলি লৈব লুটি॥৩৭৪

এতেক প্ৰকাৰে কৃষ্ণ দিয়াছে সাক্ষাত।
এতেককো পায়া নৰে কৰে আত্মঘাত॥
কহয় গোবিন্দ মিশ্ৰে শুনা সভাসদ।
হৰি ভকতিসে জানা পৰম সম্পদ॥৩৭৫
হেনয় কৃষ্ণৰ পদে লৈলোহো শৰণ।
নিস্তাৰিয়ো ৰাম কৃষ্ণ বুলিয়ো সঘন॥
যদি মহাজ্ঞনে নজ্ঞানোহো অতিশয়।
তথাপিতো কিছু দায়া কৰা কৃপাময়॥৩৭৬
চাৰিয়ো যুগৰ ধৰ্ম্ম কৃষ্ণনাম সাৰ।
ৰাম নাম গাইয়া সুখে তৰিয়ো সংসাৰ॥
শুনি আক সৰ্ব্বনৰে এৰা আন কাম।
যদি নিজ সুখ বাঞ্ছা বোলা ৰাম ৰাম॥৩৭৭

( পঞ্চম অধ্যায় সমাপ্ত )

# ষষ্ঠ অধ্যায়

## ধ্যান যোগ

### পদ

ৰূসিংহৰ চৰণত পশিলো শৰণ।
সৰ্ব্বদায়ে বিচলিত নহৈবেক মন॥
কৃষ্ণে বোলে কহিলোঁহো পূৰ্ব্ব অধ্যায়ত।
সৰ্ব্ব কৰ্ম্ম এৰি মনে চিন্তাক ধ্যানত॥৩৭৮
সংক্ষেপে কহিলো মই তোমাৰ আগত।
ষষ্ঠে প্ৰপঞ্চিয়া ধ্যান কহিবো তোমাত॥
যি কৰ্ম্ম কহিলো সেহি জ্ঞানৰ সম্মত।
তাক শুনি কৰ্ম্ম জানো এৰাহা সতত॥৩৭৯
বিনা কৰ্ম্মে একোকালে শুদ্ধ নোহে চিত্ত।
চিত্তশুদ্ধি বিনা ধ্যানে নপাৱয় তত্ত্ব॥
এতেকে জানিবা কৰ্ম্ম অতি শ্ৰেষ্ঠতৰ।
কৰ্ম্ম হন্তে জ্ঞান ভক্তি বাঢ়ে পুৰুষৰ॥৩৮০
কৰ্ম্ম কৰিবেক সবে ফল কৰি ত্যাগ।
সেহিসে সন্ন্যাসী কৰ্ম্মযোগী মহাভাগ॥
সন্ন্যাস বুলিয়া আক শ্ৰেষ্ঠ কৰি কহে।
নেৰে ফল সঙ্কল্প সন্ন্যাসী যিটো নোহে॥৩৮১

ফল সম্বন্ধক যেন কৰে পৰিহাৰ।
কৰ্ম্মযোগী সুবুলি সন্ন্যাস নাহি তাৰ॥
যদি বোলা যাৰে জীৱে কৰ্ম্ম কৰিবেক।
কৰ্ম্ম যি কৰিব তাৰ সংখ্যা শুনিয়োক॥৩৮২
আৰুৰুক্ষু * আৰূঢ় যে দুইবিধ নৰ।
দুয়োৰো নিৰ্ণয় কহো শুনিয়ো কৰ্ম্মৰ॥
ঈশ্বৰ ভজিয়া যিটো মুক্তিক বাঞ্ছয়।
তাৰ নাম আৰুৰুক্ষু জানা ধনঞ্জয়॥৩৮৩
কৰ্ম্ম কৰিবেক আৰুৰুক্ষু যেই জন।
ভক্তি জ্ঞান লভি চিত্ত শুদ্ধ হৈব মন॥
আৰে কৰ্ম্ম কৰি যিটো মুক্তি আছে পাই।
সেই গোট আৰূঢ় যে তাৰ কৰ্ম্ম নাই॥৩৮৪
শুনিয়োক আৰূঢ় যি তাৰ কহো চিহ্ন।
সবাতো ঈশ্বৰ বুদ্ধি নেদেখয় ভিন্ন॥
এক বিনে দ্বিতীয় যে নেদেখে অপাৰ।
সমতাৱ সৰ্ব্বনৰে চিহ্ন আৰূঢ়ৰ॥৩৮৫
ইন্দ্ৰিয়ৰ কৰ্ম্মতো যদি আসক্ত নোহয়।
যোগৰূঢ় বুলি তাক জানিবা নিশ্চয়॥
আপোনাৰ আত্মা মন বন্ধু আপোনাৰ।
সেহি আত্মা মন শত্ৰু হোৱে পুনৰ্ব্বাৰ॥৩৮৬

---

*আৰুৰুক্ষু—যোগ সাধনাত প্ৰৱেশ কৰা।

বিজনে ইন্দ্রিয় দমি নিয়মিল মন।
আত্মায়ে পরম বন্ধু বান্ধব সজ্জন॥
অজিত ইন্দ্রিয় যার মন স্বতন্তর।
আত্মায়ে পরম শত্রু নালাগে অপর॥৩৮৭
শীত উষ্ণ দুখে যাক নপারে লরাইতে।
পরম আত্মাক হৃদি লৈলা সমাধিতে॥
মান অপমান দুইতো নাহিকয় চিত্ত।
বিজ্ঞান জ্ঞানত তৃপ্তি সদা আনন্দিত॥৩৮৮
একখণ্ড মৃত্তিকা সুবর্ণ আবোখান।
আরূঢ় যোগীয়ে দেখে উভয় সমান॥
শত্রু মিত্র মধ্যস্থ যে সুহৃদ বান্ধব।
সাধু উদাসীন সবাহাতে সমভাব॥৩৮৯
সুহৃদ মধ্যস্থ মিত্র সাধু উদাসীন।
এসমার লক্ষণ শুনিয়ো ভিনে ভিন॥
দুইকো দুয়ো উপকার করয় বিচিত্র।
অন্যো অন্যে হিত চিন্তে তাক বুলি মিত্র॥৩৯০
নকরিলে হিত ভন্তো করে উপকার।
স্বপ্নে মন্দ নেদেখে সুহৃদ নাম তার॥
মধ্যস্থ বিগোট ভাল মন্দক নোবোলে।
তাক শত্রু বোলয় হিংসয় ছলে বলে॥৩৯১
যাক বুলি সাধু দুইবো হিতক চিন্তয়।
উদাসীনে দুইকো ভাল মন্দ নোবোলয়॥

সম্বন্ধ কৰিলে বন্ধু বান্ধৱ বোলয় ।
আৰুঢ়ৰ সবাহাতো সমভাৱ হয় ॥৩৯২
যোগীৰ শুনিয়ো আৱে ধ্যানৰ প্ৰকাৰ ।
যিমত ঈশ্বৰ হৃদি ব্যক্ত হয় তাৰ ॥
পবিত্ৰ নিৰ্জ্জন স্থানে হৈয়া একেশ্বৰ ।
আসনে বাসয়া যোগী হুয়া থিৰতৰ ॥৩৯৩
নীচ নুহিবেক অতি উচ্ছ্ৰিত নুহিব ।
কুশ পাৰি উপৰত মৃগচৰ্ম্ম থৈব ॥
চৰ্ম্মৰ উপৰে দিয়া ঢাকিব বসন ।
চিত্ত বৃত্তি নিৰোধি একাগ্ৰ কাৰ মন ॥৩৯৪
সম কৰিবেক শিৰ গ্ৰীবা পিঠি কটি ।
নাসিকাৰ অগ্ৰভাগে ৰহিবেক দৃষ্টি ॥
একো দিশ নচাইবেক এৰিবেক ভয় ।
মন উপৰাম ভৈলে গুচবে বিষয় ॥৩৯৫
কেৱল মেলিলে নেত্ৰে বিষয়ক যায় ।
মুদিলে কেৱলে আখি নিদ্ৰা লাগ পায় ॥
নেমেলি নুমুদি কৰি অৰ্দ্ধক মেলন ।
নিদ্ৰা বিষয়ক এৰি ধ্যানে ৰহে মন ॥৩৯৬
অধিক নখাইব নকাৰব নিৰাহাৰ ।
অতি নিদ্ৰা নকৰে নকৰে উজাগৰ ॥
যুক্ত যে কৰিব মন ধ্যানৰ আসন ।
শ্ৰেষ্ঠ আহাৰ যুক্ত শয়ন ভোজন ॥৩৯৭

যোগীয়ে কৰিব ধ্যান কৰ্ম্ম যে আশ্ৰয়।
শ্ৰেষ্ঠ বিষয়ত যোগী নকৰে আশ্ৰয়॥
আত্মাক মনক জুৰি কৰিব সন্ধান।
বায়ু নাথাকিলে দীপশিখা যেন ঠান॥৩৯৮
আত্মাত মনক নিয়া ৰাখিব নিশ্চলে।
বায়ু নাথাকিলে দীপশিখা যেন জ্বলে॥
জাগ্ৰত সুষুপ্তি স্বপ্ন তিনিকো এৰিলে।
চতুৰ্থ অৱস্থা ভৈলে তাক বীৰ বোলে॥৩৯৯
সেহি অৱস্থাক পাই মন আনন্দিত।
আত্মাত ৰময় উপৰাম হুয়া চিত্ত॥
যিটো সুখ পাৱে যোগী তিনিলোক বাহ্য।
বুদ্ধিয়ে লৈবাক পাৰে ইন্দ্ৰিয় অগ্ৰাহ্য॥৪০০
আত্মলাভে তুষ্ট হৈয়া যি সুখক পায়।
আতপৰে সংসাৰত আৰো সুখ নাই॥
আত্মসুখে ৰন্তি মন হৈয়া কৃতকৃত্য।
বহু সুখে যাক আৰো নপাৰে চালিত॥৪০১
সুখ দুখ দুইকো বিয়োগ কৰি পুন।
সেহিসে পৰম যোগী জানিবা অৰ্জ্জুন॥
সঙ্কল্পত হন্তে যত কাম উপজয়।
তাক এৰে এৰি যোগ কৰিয়ো আশ্ৰয়॥৪০২
মন ইন্দ্ৰিয়ক ৰাখিবেক ধৈৰ্য্য ধৰি।
উপৰাম * হৈব তাত অল্প অল্প কৰি॥ * নিবৃত্তি, বিৰাম।

বজোগুণে টানি যদি মনক সকালে।
ধাবণা অঙ্কুশে বান্ধিবেক যোগবলে ॥৪০৩
আত্মাক লভিয়া মন বহিব নিশ্চলে।
ব্রহ্মস্পর্শে পাপ ভস্ম হৈবেক সকলে ॥
এহিমতে আত্মা মন ভিন্ন নাহি তাব।
ব্রহ্মক চিন্তিয়া কবিলন্ত সাক্ষাৎকাব ॥৪০৪
সবাতে দেখয় মোক বুলিয়া ঈশ্বব।
মোত দেখে প্রাণী যত আছে চবাচব ॥
সকলে ঈশ্বব যাত পবে নাহি আন।
এহি জানি যোগী দেখে সবাতো সমান ॥৪০৫
মোক বুদ্ধি সকল প্রাণীত ভক্তি কবে।
এহিমতে পাই মোক অনায়াসে তবে ॥
আপোনাব সুখ দুখ পবতো দেখয়।
তাত পবে সংসাবত মোব প্রিয় নাই ॥৪০৬
তাহাব অদৃশ্য মই নোহো কদাচিত।
সিয়ো সর্ব্বদায়ে মোক দেখয় স্থিত ॥
এমুবা ভকতি জ্ঞানে কবি কর্ম্ম ত্যাগ।
বিধি নিষেধব দোষে নপায়য় লাগ ॥৪০৭
আগে যে জ্ঞানীব নিষ্ঠা কহিলো তোমাত।
তাতো কবি মহাপ্রিয় এমুবা ভকত ॥
অর্জ্জুনে বোলন্ত শুনিয়োক যদুপতি।
মনক জিনিতে পাবে কাহাব শকতি ॥৪০৮

স্বভাৱে চঞ্চল মন স্থির্হি স্থিৰতৰ।
বিষয় বাসনা আছে অনেক জন্মৰ ॥
ধ্যানত নিশ্চল মন কিমতে কৰিব।
পূৰ্ব্বৰ সংস্কাৰে মনে বিষয়ক নিব ॥৪০৯
আকাশৰ বায়ু যেন নিৰোধ নযায়।
মনৰ নিৰোধ দুখ টান তাতো চাই ॥
কৃষ্ণে বোলে পাৰ্থ এক শুনি ভৈল ভয়।
যত বিস্তা মাতৃৰ গৰ্ভত নিশিখয় ॥৪১০
মনক যিজনে জিনে শুনা মহাস্তাপ।
যেবে পুৰুষৰ হোৱে বিষয় বৈৰাগ ॥
অনায়াসে জিনে সিটো নাহিকে সংশয়।
অজিত আত্মাৰ মন সৰ্ব্বত্ৰে চলয় ॥৪১১
অৰ্জ্জুনে বোলন্ত শুনিয়োক কৃপাময়।
আৰো এক মনে বৰ নিলিল সংশয় ॥
প্ৰথমে শ্ৰদ্ধায়ে কৰে যোগ আৰম্ভণ।
অভ্যাস শিখিলে বিষয়ক যায় মন ॥৪১২
ঈশ্বৰত অৰ্পি যত কৰ্ম্ম কৰিলেক।
কৰ্ম্মফল ত্যাগী যিটো স্বৰ্গ নপাইলেক ॥
মনৰ চঞ্চলে যাৰ জ্ঞান ভৈল ভ্ৰষ্ট।
কিবা গতি পাৱে কিবা সমুদায়ে নষ্ট ॥৪১৩
উভয় ভ্ৰষ্টত নষ্ট ভৈল নিৰাশ্ৰয়।
যেন আকাশত আছে ক্ষুদ্ৰ মেঘচয় ॥

পূৰ্ব্বৰ সমূহ মেঘে নেদিলেক লাগ।
পাচৰো মেঘক কৰিলেক পৰিত্যাগ ॥৪১৪
একোমতে পাৰ যেন নপাই তাৰ আৰ।
বায়ু লাগ পায়া ফুৰাৱয় চক্ৰাকাৰ ॥
ছিন্ন মেঘ যোগভ্ৰষ্ট দুয়ো একে নয়।
তুমি বিনে মোৰ কোনে ছেদিবে সংশয় ॥৪১৫
কৃষ্ণে বোলে কথা শুনিয়োক কুন্তীসুত।
মোক কিবা ভজে তাৰ কথা অদভুত ॥
যিটো আগে ভজিলেক পাছে ভ্ৰষ্ট ভৈলা।
তথাপি জানিবা সিটো কৃতকৃত্য হৈলা ॥৪১৬
যিজনে ভজিবে লাগি মনত আলোচে।
সিয়ো অনুক্ৰমে ঘোৰ সংসাৰক মোচে ॥
ইহকালে পৰকালে দুখ নাহি তাৰ।
যোগভ্ৰষ্ট হুয়া হৈব মোক্ষ অধিকাৰ ॥৪১৭
অশ্বমেধ যজ্ঞ কৰি যিবা স্থান পায়।
ভ্ৰষ্টযোগী দেহ এৰি সেহি স্থানে যায় ॥
বহুকাল থাকি তাত দিব্য ভোগ কৰে।
পাচে উপজয় শুভ শ্ৰীমন্তৰ ঘৰে ॥৪১৮
পাচে লাগ লৱে যোগভ্ৰষ্টৰ সংস্কাৰে।
ভকতি সাধিবে দৃঢ় জ্ঞান হৈব তাৰে ॥
অল্পভক্তি নষ্ট ভৈলে কহিলো ব্যৱস্থা।
চিৰকাল যোগীৰ ভ্ৰষ্টৰ কহো কথা ॥৪১৯

দেহ এরি জন্ম হৈব বিবেকীৰ থান।
সেহি দেহে গতি পারে জন্ম নাহি আন॥
অতৰী দুৰ্লভ জন্ম ইতিনি লোকত।
যোগভ্ৰষ্ট হুয়া জন্ম লভে যেনমত॥৪২০
যদ্যপি অৱশ্যে বিষয়ত থাকে জ্ঞানী।
তভো পূৰ্ব্ব যোগৰ অভ্যাসে নেই টানি॥
এহিমতে যোগাশ্ৰয় কৰে নানা ভাৱে।
চিৰকাল চিন্তি যোগ সংসিদ্ধিক * পাৱে॥৪২১
চিৰকাল ব্যৱস্থাৰ শুনিয়োক পাৰ্থ।
ভ্ৰষ্ট ভৈলে যিটো মোক অল্প ভজে মাত্ৰ॥
ঈশ্বৰৰ অৰ্থে কৰ্ম্ম কৰিতে যুৱাই।
কৰ্ম্ম নকাৰিলে তাৰ চিত শুদ্ধি নাই॥৪২২
পুনু কৰ্ম্ম কৰিলেসে চিত্তশুদ্ধি তাৰ।
চিত্তশুদ্ধি ভৈলে ভক্তি হোৱে পুনৰ্ব্বাৰ॥
দৃঢ়ভক্তি ভৈলে পাচে জ্ঞান হৈব ভাল।
সাধনাৰ অপেক্ষায় বুল চিৰকাল॥৪২৩
কৃচ্ছ্ৰ চান্দ্ৰায়ণ † তপ কৰে যিটো প্ৰাণী।
তাহাতো অধিক যিটো শাস্ত্ৰাদি জ্ঞানী॥
সৰ্ব্বসাস্ত্ৰ জ্ঞানীবো যে আবো আছে শ্ৰেষ্ঠ।
ঘাট পুষ্কৰণী কূপ কৰ্ম্ম কৰে ইষ্ট॥৪২৪

---

* সংসিদ্ধিক—সম্যক্ সিদ্ধিলাভ। † কৃচ্ছ্ৰ চান্দ্ৰায়ণ—ব্ৰতবিশেষ।

তাতো চাহি অষ্টাঙ্গ যে যোগ আতিশয়।
হেন জানি কৰ্ম্মযোগী হুয়ো ধনঞ্জয়॥
অষ্টাঙ্গ কৰিবে লাগি যিমত নিয়ম।
ভক্তিবলে জানা সবে যোগ নোহে সম॥৪২৫
অহঙ্কাৰ গুৰু কৰি ফুৰে যিটো জন।
অৱশ্যে তাহাৰ জানা আছয় পতন॥
তৃণ সম সেহি ভক্তি কৰে মাটি ছাই।
ভকতি বিহীন জীৱে সংসাৰ নেৰাই॥৪২৬
শ্ৰদ্ধা কৰি যিজনে ভকতি কৰে মোত।
সব অৰ্পি হৃদয়ত হোৱে অনুগত॥
কিছু নোখোজয় মোৰ চৰণত পৰে।
অণিমাক আদি সিদ্ধি কটাক্ষো নকৰে॥৪২৭
মোৰ চৰণত মধুপানে হুয়া মত্ত।
আঠোটা ঐশ্বৰ্য্য * তাৰ ফুৰয় পাচত॥
মোক লৈয়ো মোক লৈয়ো ডাক পাৰি ফুৰে।
ইঙ্গিতো নকৰে মোৰ চৰণত পৰে॥৪২৮
মোৰ গুণ গাই ফুৰে লৱে মোৰ নাউ।
মো কোনে ডাকে বুলি সন্নিকটে যাওঁ॥
সব এৰি আপোনাক আপলেক মোত।
প্ৰেমপাশে বান্ধি মোক ফুৰাৱে পাচত॥৪২৯

---

* ঐশ্বৰ্য্য— ঈশ্বৰধৰ্ম্ম ;বিভূতি। ই আঠবিধ, যেনে:—অণিমা লঘিমা, প্ৰাপ্তি, প্ৰাকাম্য মহিমা ঈশিত্ব আৰু কামাৱসায়িতা।

মই তাৰ প্ৰিয় সিয়ো মোৰ প্ৰিয় আতি।
স্নেহে পাশ নছাৰিয়া ফুৰো দিনে ৰাতি॥
ৰাম মোৰ ভাই আৰো পুত্ৰ ত্ৰিলোচন।
আৰো মোৰ আছয় যতেক ভ্ৰাতৃগণ॥৪৩০
লক্ষ্মী মোৰ ভাৰ্য্যা যাতপৰে নাহি আন।
তথাপি এসম্বো নোহে ভকতৰ সমান॥
কাহাকো নজানে মোত পৰে আন যত।
সেহি জানা নিষ্ঠে মোৰ পৰম ভকত।৪৩১
গুৰুবাক্যে নচলিয়া ভকতিক কৰে।
অপ্ৰয়াসে জানা সিটো সংসাৰক তৰে॥
নোৱাৰয় মায়ায়ে লঙ্ঘিবে জানা তাক।
তাৰ সঙ্গে আনক পাৰয় তৰাবাক॥৪৩২
যদিবা স্মৰণ কৰে মহা মহন্তক।
তেখনে প্ৰলয় হোৱে পাপৰ অন্তক॥
ভকতক যেন দয়া শুনিলা কৃষ্ণৰ।
হেন জানি ভক্তিক উদ্যোগ কৰা নৰ॥৪৩৩
কহে মিশ্ৰ গোবিন্দ কৃষ্ণৰ ছায়া পায়ে।
হৈব তান দাস যিটো হৰিগুণ গায়ে॥
কালসৰ্পে গিলিবাক লাগি আছ নৰ।
হেন জানি ৰাম-কৃষ্ণ ঘোষা নিৰন্তৰ॥৪৩৪
এহি চৰণত সদা নমিয়োক মাথ।
ৰাম কৃষ্ণ বুলি তৰা কালসৰ্প হাত॥
হৃদয়ে কপক চিন্তা মুখে লৈয়ো নাম।
তেবেসে তৰিবা সুখে বোলা ৰাম ৰাম॥৪৩৫

( ষষ্ঠ অধ্যায় সমাপ্ত )

# সপ্তম অধ্যায়

## জ্ঞান-বিজ্ঞান যোগ

### পদ

গোপীৰ খৰম পীৰা বহিলা মুৰাৰি।
তাৰ চৰণত বন্দো প্ৰদক্ষিণ কৰি॥
ষষ্ঠ অধ্যায়ৰ অন্তে কহিলন্ত হৰি।
কেৱলে ভজয় মোক এক নিষ্ঠা কৰি॥৪৩৬
শ্ৰদ্ধায়ে ভজয় মন হুয়া উপৰাম।
সেহিটো পৰম ভক্ত আতি অনুপাম॥
সগুণ নিৰ্গুণ জ্ঞান কহিলো বিস্তৰ।
সপ্তমত ভকতি কহিবো ঈশ্বৰৰ॥৪৩৭
মোহোত আশ্ৰয় মোতে নিবেশিয়া মন।
ভজন অভ্যাস কৈব অনন্য শৰণ॥
অসংশয়ে সমগ্ৰে জানিবা মোক পুন।
সপ্তমে কহিবো তাক জানিবা অৰ্জ্জুন॥৪৩৮
যাহাক জানিলে জানিবাক নথাকয়।
যিমতে ঈশ্বৰ মই শুনা ধনঞ্জয়।
জ্ঞান পক্ষে মনে ব্ৰহ্ম চিন্তয় মাতৰ।
ভক্তি পক্ষে ভৃত্য হুয়া সেৱয় ঈশ্বৰ॥৪৩৯

স্থাৱৰ জঙ্গম আদি সকল সংসাৰ।
মোক ভজিবাৰ যাৰ আছে অধিকাৰ॥
অসংখ্যাত জীৱ আছে সংসাৰ ভিতৰে।
মনুষ্যেসে ভজে আনে ভজিতে নপাৰে॥৪৪০
মোৰ ভক্তি বিনা কদাচিতো নহৈ জ্ঞান।
এতেকে মনুষ্য জন্ম দেৱতো প্ৰধান॥
দেৱে বোলে ভাৰত বৰিষে নৰ হৈবো।
কৰ্ম্ম কৰি ঈশ্বৰৰ চৰণ ভজিবো॥৪৪১
মনুষ্য সহস্ৰ মধ্যে পুণ্য আছে যাত।
সেহিসে ভজিবে যত্ন কৰিয়া আমাত॥
যত্ন কৰন্তাৰো যে সহস্ৰ মধ্যে এক।
পূৰ্ব্বকৰ্ম্মে কৰায় দেহাত্মা বিবেক॥৪৪২
দেহাত্মা বিবেকী যে সহস্ৰ মধ্যে লেখে।
তাৰ এক সগাতে ঈশ্বৰ বুদ্ধি দেখে॥
তেনে আত্মজ্ঞানী সহস্ৰৰ সীমা মানে।
তাৰো এক ভক্তে মোৰ স্বৰূপক জানে॥৪৪৩
হেন জানি ধনঞ্জয় নকৰিবা ভয়।
কেন্থৱা ঈশ্বৰ কোটি কোটি নজানয়॥
কতো শত পুণ্য কৰ্ম্ম দেখা দেখি কৰে।
কুসঙ্গে বিসঙ্গে থাকি পাচে তাক এৰে॥৪৪৪
বিমত ঈশ্বৰ মই তাক শুনিয়োক।
স্ৰজো পালো সংহাৰোহো ইতিনি লোকক॥

যিগোট প্ৰকৃতি মোৰ জানিবা প্ৰধান।
সংসাৰ কাৰণ যোনি উৎপত্তিৰ স্থান ॥৭৪৫

দুগোটা প্ৰকৃতি মোৰ জানিবা প্ৰত্যেক।
পৰা শ্ৰেষ্ঠ প্ৰকৃতি অপৰা আৰো এক ॥
পৰ নামে প্ৰকৃতিয়ে জীৱক বোলয়।
যিগোটা অপৰা অষ্ট বিষয় ৰূপ হয় ॥৪৪৬

পৃথ্বী অপ তেজ বায়ু শব্দ মন বুদ্ধি।
অহঙ্কাৰ সমে আৰো অপৰা প্ৰকৃতি ॥
পৰা যে যিগোট চৈতন্য সদাশিৱ।
মোৰ অঙ্গে দেহে স্থিত যাক বোলে জীৱ ॥৪৪৭

প্ৰকৃতিয়ে মহত্ত্ব মহত্ত্বতে অহঙ্কাৰ।
পঞ্চগোট আৰো সূক্ষ্ম তন্মাত্ৰা তাৰ ॥
একাদশ ইন্দ্ৰ সত্ত্ব ৰজঃ তম গুণ।
এহিগুলা কাৰ্য্যৰ কাৰণ মায়া পুন ॥৪৪৮

সবাৰো কাৰণ মই অন্তৰ্য্যামী হেতু।
এতেকে ঈশ্বৰ মোৰ পৰে নাহি বাতু ॥
সূত্ৰত মাণিক যেন গান্থিয়া আছয়।
সকলে সংসাৰ মোত আছে সেহি নয় ॥৪৪৯

মোহোৰ বিভূতি কিছু শুনা কুৰুপতি।
তাতে মোত বুদ্ধি কৰি কৰিব ভকতি ॥
জলৰ মধ্যত তাৰ ৰসভাগ যত।
ৰসে মোৰ বিভূতি জানিবা নিষ্ঠা তত্ব ॥৪৫০

চন্দ্ৰৰ সূৰ্য্যৰ প্ৰকাশৰ ৰূপ জ্যোতি।
মইসে প্ৰকাশ ৰূপ মোহোৰ বিভূতি॥
প্ৰণৱ যিগোটা মই জানিবা বেদৰ।
মোহোৰ বিভূতি শব্দ গুণ আকাশৰ॥৪৫১
পুৰুষ উদ্যোগে পৃথিবীৰ গন্ধ গুণ।
বহ্নিৰ যে তেজভাগ জানিবা অৰ্জ্জুন॥
অনিষিদ্ধ ঋতুকালে আপোন ভাৰ্য্যাত।
দিব্য সন্ধ্যা পৰ্ব্ব যত কৰিব বৰ্জ্জিত॥৪৫২
ৰতিৰসে পুত্ৰ অৰ্থে কৰৈ বিন্দুত্যাগ।
সেহি বিন্দু বিভূতি মোহোৰ মহাভাগ॥
আন বীৰ্য্য অঙ্কুৰ যে নষ্ট হুয়া যায়।
মোৰ বীৰ্য্য চিৰন্তন ক্ষয় নাহি পায়॥৪৫৩
বানপ্ৰস্থ আশ্ৰমীৰ তপ ৰূপ মই।
বুদ্ধি মধ্যে আছো মই প্ৰজ্ঞা ৰূপ হই॥
বলৰ মধ্যত মই সাত্বিক প্ৰধান।
সেহি বলে ধৰ্ম্ম মই কৰো অনুষ্ঠান॥৪৫৪
সত্ত্ব ৰজ তম প্ৰকৃতিৰ তিনি গুণ।
মোহোৰ বিভূতি মোত হন্তে যায় লীন॥
যদি মোত হোৱে মই প্ৰপঞ্চতো ভিন্ন।
কিন্তু জীৱ অহঙ্কাৰে হোৱে গুণাধীন॥৪৫৫
পাৰ্থে বোলে জগতত নাহি তুমি বিনে।
তুমিসে ঈশ্বৰ লোকে নজানয় কেনে॥

কৃষ্ণে বোলে যত লোক তিনিগুণে বন্ধ।
মায়ায়ে মোহিত মোক নজানয় অন্ধ ॥৪৫৬
পূৰ্ব্বজন্ম কৰ্ম্মৰ বাসনা আছে কত।
কৰ্ম্মবন্ধে অন্ধ হুয়া নজানয় তত্ত্ব ॥
গৃহান্ধকূপত পৰি ভাৰ্য্যা পুত্ৰ লৈয়া।
এৰাইতে নপাৰে দুখৰূপ মোৰ মায়া ॥৪৫৭
পুত্ৰ ভাৰ্য্যা আসক্তিত নৰ গৃহে থাকে।
যেন কূপে থৈয়া উপৰত শিলে ঢাকে ॥
হাতে গলে পাৱে দেই জিঞ্জিৰি লোহাৰ।
পোতাশাল হন্তে তাৰ নাহিকে নিস্তাৰ ॥৪৫৮
যদ্যপি দুষ্টৰ মায়া মোৰ ভক্তি নেৰে।
তাক দেখি মায়া লাজে অধোমুখ কৰে ॥
মোক ভজিলাত যে আপুনি গুচে মায়া।
যেন অন্ধকাৰ হৰৈ সূৰ্য্যৰশ্মি পায়া ॥৪৫৯
অসুৰ স্বভাৱ ধৰি কতো পাপীগণ।
মোৰ ভজিবাক কদাচিতো নাহি মন ॥
মোৰ গুণ নামতো কিঞ্চিতো শ্ৰদ্ধা নাই।
লোকে কহিলেও তাৰ কৰ্ণ ফাটি যায় ॥৪৬০
সমাজত থাকি আন কহে অহৰ্নিশ।
কৈসানি যাইবে উঠি কৰে উসমিস ॥
শাস্ত্ৰ উপদেশ পায়া নলৱয় জ্ঞান।
বোলে পিতৃ পিতামহ নকৰিলা কেনে ॥৪৬১

যাৰ কৰ্ম্ম সংস্কাৰ আছয় পূৰ্ব্বৰ।
সেহিসে ভজয় মোক জানিয়া ঈশ্বৰ॥
চাৰিবিধ লোকে ভজে মতি অনুসাৰে।
শুনিয়োক কতো তাৰ ভজন প্ৰকাৰে॥৪৬২
ৰোগীজনে ব্যাধি হুয়া ৰৰ দুখ পাৱে।
কদাচিত সেহিজনে মোৰ নাম লোৱে॥
বোলে কিনো দুখ মোক দিলাহা ঈশ্বৰ।
কৈসানি তৰাইবা মোক ব্যাধি সমুদ্ৰৰ॥৪৬৩
মইসে ঈশ্বৰ দুখ দিলো ভৈলা মতি।
মোহোক জানিলে হৈবে পৰম ভকতি॥
কেহোজনে জিজ্ঞাসিয়া বোলে সৰ্ব্বথায়।
কিমতে হৰিক ভজি সংসাৰ এৰায়॥৪৬৪
নভজয় কৰে যিটো আলচ মাত্তৰ।
তথাপি বিলম্বে সিয়ো তৰয় সংসাৰ॥
যিটো অৰ্থকামী সিটো অৰ্থমাত্ৰ খোজে।
সকামত থাকি তভো মোক মাত্ৰ ভজে॥৪৬৫
মই দণ্ড ভোগ ভুঞ্জি জন্মান্তৰে আন।
পাচে নিৰপেক্ষ হোৱে ভকতি প্ৰধান॥
যাক জ্ঞানী বোলে কহো শুনিয়ো নিৰ্ণয়।
অনন্য শৰণ হুয়া মোকেসে ভজয়॥৪৬৬
সিকাৰণে নিত্যমুক্ত সবাহাতে শ্ৰেষ্ঠ।
পৰম সুহৃদ সিটো মই তাৰ ইষ্ট॥

অৰ্জ্জুনে বোলন্ত জ্ঞানী মাত্ৰে গতি পাৱে।
আৰ তিনিজনে তাৰা সংসাৰ নেৰাৱে ॥৪৬৭
কৃষ্ণে বোলে সখি কিনো কহা বিপৰীত।
ভক্তৰ সংসাৰ ভয় নাহি কদাচিত ॥
জ্ঞানী যোগী জিজ্ঞাসয় অৰ্থে যাৰ মতি।
চাৰিও মহন্তে সখি নিষ্ঠে পাৱে গতি ॥৪৬৮
ভকত উদাস দক্ষ সবে মোক্ষ ভাগ।
কিন্তু জন্ম কৰ্ম্ম দুয়ো হৈব পাচ আগ ॥
অন্তৰঙ্গ ভক্তি সবে কৰিবে নিশ্চিত।
বাসুদেৱ বুদ্ধি হৈবে সমস্ত প্ৰাণীত ॥৪৬৯
সেহিসে মহাত্মা যে দুৰ্লভ জন্ম আতি।
ক্ৰমে ক্ৰমে পাইবেক উত্তম ভকতি ॥
মোক তাজি আন দেৱ সকামে ভজয়।
সেহিসে সংসাৰে পৰি মৰে উপজয় ॥৪৭০
শ্ৰদ্ধা কৰি নানা দেৱ পূজে বিটো কামী।
নানা দেৱতাৰো হওঁ মই অন্তৰ্যামী ॥
মোক নভজিয়া পূজে নানা যে দেৱতা।
কিন্তু জানা তাহাৰ মইসে ফলদাতা ॥৪৭১
যত দেৱ মোৰ তনু জানা ধনঞ্জয়।
তাসম্বাৰ পূজায়ে মোহোৰ পূজা হয় ॥
কিন্তু ক্ৰিয়া দুখৰূপ বিস্তৰ নিয়ম।
তাৰ মোৰ ভক্তি দুয়ো ফলতো বিষম ॥৪৭২

সকামীৰ ফল যেন জলবিম্ব প্ৰায়।
স্বপ্ন সুখ যেন তেতিক্ষণে গুচি যায়॥
যি যি দেৱতাক পূজে সিয়ো নষ্ট হয়।
তাৰ কৰ্ম্মফল চিৰকাল নথাকয়॥৪৭৩
যদি ভালমতে পূজে ছিদ্ৰ নোহে পুনু।
সিয়ো যাক পূজে মৰি পাৱে তাৰ তনু॥
মোহোক ভজিয়া ভক্তি কৰে যত যত।
মোহোৰ স্বৰূপ পায়া থাকৈ বৈকুণ্ঠত॥৪৭৪
আপোন প্ৰকাশে সিয়ো কৰয় প্ৰকাশ।
তাৰ লব্ধ প্ৰসাদৰ নাহিকে বিনাশ॥
যেবে বোলা সংসাৰত যত আছে লোক।
সবে এৰি কৰ্ম্ম কৰি তোমাক ভজোক॥৪৭৫
কৰ্ম্মতো সমান দুখ ফল তুচ্ছ আতি।
সব এৰি তোমাক ভজোক যদুপতি॥
অজ জন্ম নাহি মোৰ ব্ৰহ্ম নিৰাকাৰ।
অৱতাৰ ধৰি পৃথিবীৰ খণ্ডো ভাৰ॥৪৭৬
মৎস্য কূৰ্ম্ম আদি মই নানা ৰূপ ধৰো।
ভক্তৰ যিমত ইচ্ছা সেহি কৰ্ম্ম কৰো॥
মোৰ জন্ম কৰ্ম্ম গাই নিস্তৰে সংসাৰ।
সেহিসে কাৰণে মই ধৰো অৱতাৰ॥৪৭৭
শুদ্ধ সত্ত্ব তনু মোৰ মৎস্য কূৰ্ম্ম ৰূপ।
তথাপি অৱজ্ঞা কৰে নজানি স্বৰূপ॥

মায়ায়ে মোহিত হৈয়া নষ্ট ভৈলা জ্ঞান।
এতে আন দেৱ সহ দেখয় সমান ॥৪৭৮
দূৰ দেখি তীৰ্থ এৰ গৰ্ত্ত-জলে নাৱে।
আন দেৱ ভজিয়া অল্পতে ফল পাৱে॥
যেন পিতৃ মাতৃ এৰি ভাৰ্য্যাত বিশ্বাস॥
মোক হেলা কৰে মই নোহো যে প্ৰকাশ ॥৪৭৯
যেন ধন পুতিয়া ব্যামোহ হুয়া মৰে।
নানা যত্নে আনি খাই তাৰ স্নেহ কৰে॥
সেহিমতে বিষয় সুখক বাঞ্ছা কৰে।
ক্ষুদ্ৰ দেৱ পূজি সংসাৰত মজি মৰে॥৪৮০
সত্বগুণে বিষ্ণুক কহয় সৰ্ব্ব নৰ।
নীচ যোনি জন্ম হোৱে অকাৰ্য্য বিস্তৰ॥
কূট নাট জানয় বিদ্বেষ নোহে ভৱ।
এহি বুলি বিশ্বাস নকৰে মোত নৰ॥৪৮১
শীঘ্ৰে ফল পাৱে অল্প তাত কৰে আশ।
মোক হেলা কৰে মই নোহো যে প্ৰকাশ।
তাতে মিসলাই পূজে স্বৰূপ নজানি।
যেন পানী মথন্তে যে নোপজে লৱনি॥৪৮২
মোৰ মিসলীয়া পূজা ঘোৰাৰ শৃঙ্গাৰ।
শৃঙ্গাৰত সুখ নাহি কটি ভাঙ্গে তাৰ॥
অভক্তৰ পূজা দ্ৰব্য নলওঁ সকলে।
যেন শিমলুৰ পুষ্প পৰি থাকে জলে॥৪৮৩

ভূত ভৱিষ্যত মই জানো বৰ্ত্তমান।
সবাক জানোহো মোক নজানয় আন ॥
কিঞ্চিতেকে সুখ পাইলে কৃতকৃত্য মানে।
অল্প যদি দুখ হোৱে মৃত্যু হেন মানে ॥৪৮৪
পাইবাক ইচ্ছায় নপাইলেও দ্বেষ কৰে।
সেহি সংসাৰত পৰি উপজয় মৰে ॥
যাৰ পুনু পাপ পুণ্য ভৈলা অন্তৰ্হিত।
সুখ দুখ মোহ হন্তে ভৈলা উপৰাতি ॥৪৮৫
শোক ক্ৰোধ লোভ মোহ সুখ দুখ কাম।
সবে গুচি মন তাৰ ভৈলা উপৰাম ॥
মোহোৰ ভজনে তাৰ ভৈলা দৃঢ় ব্ৰত।
যত পূৰ্ব্ব বাসনা সকলে ভৈলা হত ॥৪৮৬
জন্ম মৃত্যু সংসাৰক এৰাইবাক প্ৰতি।
মোহোৰ চৰণে সিয়ো ভক্তি পাৱে আতি ॥
সেহিসে জানয় ব্ৰহ্ম কৰ্ম্ম আধ্যাত্মক।
অধিভূত অধিযজ্ঞ অধিদেৱতাক ॥৪৮৭
এহিখানি জানি মোত দৃঢ় মতি ধৰে।
মৰিবাৰ বেলাত মোহোক স্মৰি মৰে ॥
মোৰ ভক্ত যিটো নোহে তাৰ ভিন্ন বোল।
মৰণ সময়ে কৰে হাকুল ব্যাকুল ॥৪৮৮
লোকে স্মৰয় তাক বোল ৰাম হৰি।
তাক শুনিয়া মৰে আই বাপ কৰি।

বোলে পুত্ৰ ভাৰ্য্যাক কৰিবা উপকাৰ ।
মৰিবাতো অতিৰেকে স্নেহ বাঢ়ে তাৰ ॥৪৮৯
হা পুত্ৰ ভাৰ্য্যা মোৰ হৈল অনাথান ।
এহি চিন্তা শোকে মূঢ়ে ত্যজয় পৰাণ ॥
যমদূতে বান্ধন্তে যে মহাদুখ পায় ।
মৰিবাতো আগে তান মাত বোল নাই ॥৪৯০
নিশ্চয় জানিবা মোৰ ভক্ত যিটো জন ।
ব্যাধিত মৰিলে সিয়ো নছাৰে স্মৰণ ।
মোহোৰ স্মৰণে মনে মল গুচে তাৰ ।
অনায়াসে যিটো সুখে তৰয় সংসাৰ ॥৪৯১
কহয় গোবিন্দ মিশ্ৰে কৃষ্ণপদে ধৰি ।
সাঙ্গে তল গৈলা গৃহ-অন্ধকূপে পৰি ॥
এবে পাদপদ্মোপৰি কৰোহো প্ৰণতি ।
তোমাৰ চৰণে মোৰ নছাৰোক মতি ॥৪৯২
তুমিসে পৰম গুৰু বান্ধৱ সকল ।
তোমাত ৰহোক মন কৰিয়া নিশ্চল ॥
কৃষ্ণেসে পৰম গুৰু জানিবাহা নৰ ।
পাপ ভস্ম হোক কৃষ্ণ ঘোষা নিৰন্তৰ ॥৪৯৩
সংসাৰ ব্যাধিত দুখে কেনে পৰি মৰা ।
মুখত ঔষধ ৰামনাম ধ্বনি কৰা ॥
এহি তত্ত্ব জানি সবে এৰা আন কাম ।
সংসাৰ তৰিবা যেবে বোলা ৰাম ৰাম ॥৪৯৪

( সপ্তম অধ্যায় সমাপ্ত )

# অষ্টম অধ্যায়

## অক্ষৰ ব্ৰহ্মযোগ

### পদ

শোণিত অমেধ্য * মাংস যাহাৰ ভোজন।
এসুৰা ৰাক্ষসী তাইৰ কৃষ্ণে পিলা স্তন॥
মাৰিবে আসিলা তথাপিতো দিলা গতি।
হেনয় কৃষ্ণৰ পদে নছাৰোক মতি॥৪৯৫
কৃষ্ণে কহিলন্ত অন্তে সপ্তম অধ্যাত।
ব্ৰহ্মকৰ্ম্ম আদি যে পদাৰ্থ গোটা সাত॥
পাৰ্থে বোলে শুনিয়োক দৈৱকীৰ সুত।
কাক বুলি ব্ৰহ্মকৰ্ম্ম কোন অধিভূত॥৪৯৬
অধিদেৱ অধ্যাত্মক জানি কেনমতে।
অধিযজ্ঞ ভিন্ন কৰি কহিলো পূৰ্ব্বতে॥
কৃষ্ণে বোলে পাৰ্থ কিনো পুছিলাহা মৰ্ম্ম।
যিগোট অক্ষৰ নিষ্টে সেহি গোট ব্ৰহ্ম॥৪৯৭
সবাকো ব্যাপিয়া যিটো আছে নিৰন্তৰ।
যাতো নচলয় এতে বোলয় অক্ষৰ॥

---

* অমেধ্য—অপবিত্ৰ।

কৃষ্ণে বোলে অক্ষৰ যে ব্ৰহ্ম কৰি বোলে।
সবাক ব্যাপিয়া আছে এতেক নচলে ॥৪৯৮
জীৱকেসে আত্মা বোলে জানা ধনঞ্জয়।
স্বভাৱতে ভোক্তাৰূপে দেহতে আছয় ॥
দেৱক উদ্দেশি যজ্ঞদ্ৰব্য কৰে ত্যাগ।
তাকে কৰ্ম্ম বোলে জানিয়োক মহাভাগ ॥৪৯৯
একাদশ ইন্দ্ৰি মায়া মদ অহঙ্কাৰ।
পঞ্চভূত সূক্ষ্ম পঞ্চ তন্মাত্ৰ তাহাৰ।
এহিসে চৌব্বিশ তত্ত্বে দেহ হুয়া যুত।
জানিবাহা দেহক বোলয় অধিভূত ॥৫০০
অধিদেৱ যাক বুলি পুৰুষ বৈৰাগ।
সৰ্ব্বথায়ে থাকে সূৰ্য্যমণ্ডলৰ মাজ ॥
তেহো আদি পুৰুষ সৰ্ব্ব দেৱতাৰ পতি।
সেহি গোট অধিদেৱ জানা মহামতি ॥৫০১
মই অধিযজ্ঞ সবাহাৰে অন্তৰ্য্যামী।
প্ৰৱৰ্ত্তক নিয়ামক ফলদাতা আমি ॥
মোক অন্তৰ্য্যামী জানি বোলয় ঈশ্বৰ।
এহি বুদ্ধি নিষ্ঠা ভক্তি বাঢ়ে পুৰুষৰ ॥৫০২
আছোক জানিবে নাম লৱে একবাৰ।
দেহে যত পাপ আছে ছন্ন হোৱে তাৰ ॥
সৰ্ব্বদা যে স্মৰে তাৰ কি কহিবো কথা।
মৃত্যুকালে স্মৰণৰ শুনিয়ো ব্যৱস্থা ॥৫০৩

প্ৰাণ প্ৰয়াণত যিটো মোৰ নাম লয়।
মোৰ স্বৰূপক পায়া চতুৰ্ভুজ হয়॥
আছোক মোহোৰ কথা প্ৰাণী আছে যত।
দেখয় চিন্তয় যদি মৰণ কালত॥৫০৪
যিবা যিবা বস্তুক স্মৰিয়া প্ৰাণ এৰে।
মৰিয়া জন্মক লাভ তাৰ ৰূপ ধৰে॥
কিন্তু বাল্যকাল হন্তে স্মৰে যিটো লোক।
সেহি সংস্কাৰে মৰণতো স্মৰে মোক॥৫০৫
পূৰ্ব্ব জনমৰ যাৰ আছয় বাসনা।
অনায়াসে মৃত্যুকালে স্মৰে সেহিজনা॥
মোৰ নাম স্মৰণে অভ্যাস নাহি যাৰ।
যদি লোকে স্মৰায়য় মুখে নাসে তাৰ॥৫০৬
দৃঢ় কৰি ৰাম-কৃষ্ণ বোলে কৰ্ণমূলে।
তাক শুনিয়া আই বাপ মাত্ৰ বোলে॥
অনেক জন্মৰ তাৰ আছে পাপৰাশি।
তবধ কৰাৰে চতুৰ্ভিতি ঢাকি আসি॥৫০৭
যিকালত পুৰুষৰ প্ৰাণ হোৱে হত।
এইৰূপে চিন্তিবেক হৃদি কমলত॥
জগত আধাৰ মই ব্যাপক ঈশ্বৰ।
অণুতো অধিক সূক্ষ্ম মন অগোচৰ॥৫০৮
কোটি সূৰ্য্য প্ৰকাশয় প্ৰকৃতিত পৰ।
অন্তকালে ভক্তি যুক্ত হুয়া স্মৰে নৰ॥

ঈশ্বৰ পদাৰবিন্দে প্ৰবেশিয়া মতি।
মনক নিশ্চল কৰি পাৱে ব্ৰহ্মগতি ॥৫০৯
হেন জানি অভ্যাসে পূৰিয়া সৰ্ব্বদায়।
স্মৰণ চিন্তন মূল তৰণ উপায় ॥
স্মৰণ চিন্তন ভাগ কহে যিটো জন।
সেহি গুৰু মোৰ তান বন্দোহো চৰণ ॥৫১০
সাংখ্য স্বধৰ্ম্মৰ লাভ এহিসে কাৰণ।
অন্তকালে স্মৰিয়া বোলয় নাৰায়ণ ॥
সামান্য স্মৰণ যেন কহিলো ইমত।
মন বশ্য কৰি চিত্তে তাৰ কহো তত্ত্ব ॥৫১১
বেদৰো তত্ত্বক যিটো জানয় সকলে।
তাৰাসবে যাহাক অক্ষৰ কৰি বোলে ॥
ৰাগ দ্বেষ কাম ক্ৰোধ নিৰোধিয়া মন।
অক্ষৰত প্ৰবেশিবে খোজে যিটো জন ॥৫১২
ব্ৰহ্মচৰ্য্য ধৰি আগে গুৰু উপাসিয়া।
উপদেশ সাধি ব্ৰহ্মপদ পাৱে গৈয়া ॥
স্বৰূপে তোমাক মই কহো তাৰ বোধ।
দেহৰ নৱটা দ্বাৰ কৰিব নিৰোধ ॥৫১৩
হৃদিত মনক নিয়া ৰাখিব নিশ্চলে।
ভ্ৰূৱৰ মধ্যত প্ৰাণ থৈব যোগবলে ॥
আধাৰৰ হন্তে যে প্ৰণৱ ঘণ্টানাদে।
উচ্চাৰিয়া স্মৰণ কৰিব প্ৰাণ যাইতে ॥৫১৪

ব্ৰহ্মাৰ প্ৰতিমা নিষ্ঠে জানিবা প্ৰণৱে।
প্ৰণৱ স্মৰণে সিকাৰণে গতি পাৱে॥
ভকতে সাকাৰ ৰূপ চিন্তি নাম স্মৰে।
জ্ঞানী নিৰাকাৰ ব্ৰহ্ম সমাধিক কৰে॥৫১৫
কৃষ্ণে বোলে দেখা নানা পন্থে গতি পায়।
সুলভ আনন্দ কিন্তু ভক্তি বিনা নাই॥
সাংখ্য যে অষ্টাঙ্গ জ্ঞান ব্ৰহ্মচাৰ্য্য যোগে।
নামত বিশ্বাস ভৈলে এতে কেন লাগে॥৫১৬
অনন্য শৰণ হৈয়া স্মৰে যিটো লোক।
যদ্যপি অজিত মই তভো জিনে মোক॥
মোৰ পদ পাই কিছু নোখোজয় আৰ।
জন্ম মৃত্যু এৰাই সিটো তৰয় সংসাৰ॥৫১৭
বেশ্যাত কামীৰ যেন নুগুচয় ৰতি।
সেহিমতে হৰিপদে নছাৰয় মতি॥
কহয় গোবিন্দ মিশ্ৰে শুনা সবে নৰ।
কালে গ্ৰাসে আসি দেখা বিলম্ব নকৰ॥৫১৮
হাসিতে খেলিতে কতো দূৰে নেই ধৰি।
এৰাইবাক ইচ্ছা যদি বোলা হৰি হৰি॥৫১৯

---

## ঘোষা

হৰি বোল হৰি বোল মাধৱ ৰাম।

## ঝুনা

প্ৰণামি পুনু বোলে ধনঞ্জয়।
কাৰ জন্ম হোৱে কাৰ নহয়॥
কহিতে যদি যোগ্য হওঁ আমি।
চৰণে বন্দোহো কহিয়োক স্বামী॥৫২০
কৃষ্ণে যে বোলন্ত শুনা মহাবল।
ব্ৰহ্মাত হন্তে সবে অমঙ্গল॥
ব্ৰহ্ম সীমা কৰি যত আছয়।
সংসাৰে পৰি মৰে উপজয়॥৫২১
অশ্বমেধ যজ্ঞ কৰি পূৰ্ব্বতে।
সেহিসে থাকে সত্যলোকত॥
যেৱে আসি হৱে প্ৰলয় দিন।
প্ৰকৃতিত সবে হোৱয় লীন॥৫২২
সমস্ত লোকক বান্ধে তিনিগুণে।
গুণ ইচ্ছায়ে বশ্য কৰে আপুনে॥
যেহেন গৰুৰ বিন্ধিয়া নাক।
নাকে জৰী দিয়া ফুৰাৱে পাক॥৫২৩
স্থাৱৰ জঙ্গম যত সংসাৰ।
সবে পৰাধীন বশ্য মায়াৰ॥

কিন্তু তাত কথা আছে এখানি ।
মোৰ উপাসক যে গুলা জ্ঞানী ॥৫২৪
ক্রমে মুক্তি ভোগ ভুঞ্জিয়া শেষ ।
সে গুলা জ্ঞানী সত্যলোকে বাস ॥
যেৱে আসি কালে প্রলয় পায় ।
আনন্দে তৰি ঈশ্বৰক পায় ॥৫২৫
মায়াৰ অধীন নহয় জ্ঞানী ।
এতেকে নেৰে পদ আনন্দ জানি ॥
শুনিয়ো সখি কাল যেন ঠান ।
ব্রহ্মাৰ কহো আয়ু প্রমাণ ॥৫২৬
যাক পৰমাণু বুলিয়া কয় ।
চক্ষুৰ মনৰ গোচৰ নয় ॥
দুই পৰমাণু ভৈলে একত্র ।
অণু বুলি তাক কহে সর্ব্বত্র ॥৫২৭
সূৰ্য্যৰশ্মি লাগি কুন্দ্রাক্ষ জালে ।
অতি সূক্ষ্মৰূপে উৰিয়া চলে ॥
ৰবিৰ উদয় বেলাত দেখি ।
অণুৰ প্রমাণ কহিলো সখি ॥৫২৮
তিনি অণু মিলি একত্র হয় ।
ত্র্যসৰেণু বুলি তাহাক কয় ॥
তিনি ত্রসৰেণু হোৱয় এক ।
টুটী নাম তাৰ জানা প্রত্যেক ॥৫২৯

শতেক টুটী একে ঠাই হয়।
তাৰ নাম বেধ জানা নিশ্চয় ॥
তিনি বেধ মিলি একত্র হয়।
সেইখানি কাল বুলিয়া কয় ॥৫৩০
একত্র ভৈলে সেহি তিনি ভাগ।
নিমেষ বুলিয়া কহয় তাক ॥
তিনি নিমেষ হোৱয় যোগ।
ক্ষণ বুলি তাক কহয় লোক ॥৫৩১
পঞ্চ ক্ষণ মিলি কহিলো নিষ্ঠা ॥
তাহাৰ নাম জানিয়ো কাষ্ঠা।
পঞ্চ কাষ্ঠায়ে জানিবা সাৰ।
স্বৰূপ জানা লঘু নাম তাৰ ॥৫৩২
পোন্ধৰ লঘুৱে নাড়িকা এক।
দণ্ডো তাক বোলে জানা প্রত্যেক ॥
দুই দণ্ড মিলি এক প্রস্তুত।
তাহাৰ জানিবা নাম মুহূর্ত্ত ॥৫৩৩
চাৰি মুহূর্ত্তে হোৱয় যাম।
তাহাৰ জানিবা প্রহৰ নাম ॥
প্রহৰ কতো ছয় সাত দাড়ে।
ক্ষয় বৃদ্ধি হেতু টুটয় বাঢ়ে ॥৫৩৪
যেৱে বোলা আঠ দণ্ডে প্রহৰ।
দুই দণ্ড ভৈলা সন্ধ্যা ভিতৰ ॥

চাৰি প্ৰহৰে দিন গোট মাত্ৰ ।
প্ৰহৰ আঠে হোৱে আহোৰাত্ৰ ॥৫৩৫
এমতে দিনে ৰাত্ৰি লেখি নয় ।
পোক্ষৰ দিনে পক্ষেক হয় ॥
মাস হোৱে দুই পক্ষ ভিতৰ ।
বাৰ মাসে হোৱে এক বৎসৰ ॥৫৩৬
দেৱ মনুষ্যাৰ বৎসৰ ভিন ।
মনুষ্য বৎসৰে পিতৃৰ দিন ॥
এমতে লেখিবা পিতৃ বৎসৰ ।
তবে একদিন হোৱে দেৱৰ ॥৫৩৭
এমতে লেখি চাৰিযুগ পাই ।
সত্যৰ যুগে যে মনুষ্য আয়ু ॥
সত্য দ্বাপৰ ত্ৰেতা যে কলি ।
চতুৰ্যুগ মাত্ৰ ইয়াক বুলি ॥৫৩৮
চাৰি যুগ মিলাই লেখিব এক ।
এমতে লেখিলে যুগ সহস্ৰেক ॥
হাজাৰ যুগে দিন গোটা জানা ।
আৰো হাজাৰেক ৰাত্ৰিক মানা ॥৫৩৯
হাজাৰ দুই যুগ বহি গৈলা ।
ব্ৰহ্মাৰ তেৱে অহোৰাত্ৰ ভৈলা ॥
ব্ৰহ্মাৰ দিন গোট অৱসানে ।
প্ৰলয় হোৱে তিনি লোক মানে ॥৫৪০

ভুৱৰ্লোক স্বৰ্লোক ভূৰ্লোকবাসী।
ব্ৰহ্মাৰ দিনত যায় বিনাশি ॥
দিনত মায়া হন্তে ব্যক্ত হয়।
পুনু ৰাত্ৰি ভৈলে মিলে প্ৰলয় ॥৫৪১
মায়া হন্তে আসে মায়াকে যায়।
থানিকো নাহিকে স্বস্থ উপায় ॥
মৰে উপজয় উপজি মৰে।
সাসাৰ চক্ৰত ভ্ৰমিয়া ফুৰে ॥৫৪২
কাৰণ মায়া যত জগতৰ।
মায়াৰ কাৰণ যিটো ঈশ্বৰ ॥
যাৰ দৃষ্টে হোৱে সৃষ্টি প্ৰলয়।
যাৰ সেৱা গুচে সংসাৰ ভয় ॥৫৪৩
অব্যক্ত ঈশ্বৰ পৰম পতি।
যাক পাইলে নাহি পুনৰাবৃত্তি ॥
পুৰুষ বুলিয়া কহয় যাক।
অনন্য ভক্তিয়ে ভজিয়ো তাক ॥৫৪৪
সমস্তে জগত যাহাত স্থিতি।
সূত্ৰত মণি যে আছয় গাঠি ॥
ৰহস্যক কহো ইতিনি লোক।
ভক্তি বিনে আনে নপাৱয় মোক ॥৫৪৫
মৰণ কালে যাৰ যেন ভাব।
তাৰ ভেদ কহো শুনা পাণ্ডৱ ॥

কোন কালে মৰি সংসাৰে যায়।
কোন কালে মৰি মুক্তিক পায় ॥৫৪৬
যিগোট উত্তৰ অয়ন বোলে।
তাতে মৰি মুক্ত হোৱয় সকলে ॥
দক্ষিণ অয়নে মৰয় যত।
যোগী ভৈলে নেৰে সংসাৰ হাত ॥৫৪৭
ইহাৰ নিৰ্ণয় কহিবো কত।
প্ৰবৃত্তি নিবৃত্তি দুইগোটা পথ ॥
যি পুমু ভজয় ঈশ্বৰ পাৰে।
প্ৰবৃত্তি নিবৃত্তি দুইকো এবাৰে ॥৫৪৮
সবে এৰি ভৈলা শৰণ এক।
বিধি নিষেধ দুই এৰি বিবেক ॥
উত্তৰ দক্ষিণ কহিলো যত।
ভকতৰ পুনু নাহি দুই পথ ॥৫৪৯
সকাম নিষ্কাম দুই গোটা কৰ্ম্ম।
শুনিয়োক এবে যাৰ যি ধৰ্ম্ম ॥
স্বৰ্গভোগ ভুঞ্জে সকামী পন্থী।
নিষ্কামী পাৱয় ক্ৰমে মুকুতি ॥৫৫০
উত্তৰ দক্ষিণ দুই অয়ন।
শুনা কহো যাৰ যেন লক্ষণ ॥
উত্তৰায়ণ ছয়ৰ মমাস গৈয়া।
একে শুক্লপক্ষ তাহাত দিয়া ॥৫৫১

অগ্নিৰ জ্যোতিৰ প্ৰকাশ যেনি ।
সেহি পন্থে চলে ব্ৰহ্মবিদ জ্ঞানী ॥
উত্তৰ শুক্লপক্ষ দিবা অভিমানী ।
তাৰ অধিষ্ঠাতা দেৱতা তিনি ॥৫৫২
ইহান্ত যোগী কৰৈ তনু ত্যাগ ।
তেবেসে হোৱয় মোক্ষৰ ভাগ ॥
দক্ষিণ অয়ন যি গোট বোলে ।
সকামী কৰ্ম্মী সেহি পন্থে চলে ॥৫৫৩
সিয়ো ছয় মাস পথ প্ৰবৃত্তি ।
কৃষ্ণপক্ষ অন্ধকাৰ ৰাতি ।
ধূম্রে বিয়াপিল দিশ সমস্ত ।
দক্ষিণ অয়ন প্ৰবৃত্তি পথ ॥৫৫৪
কৃষ্ণপক্ষ ৰাত্রি ধূম বিমানী ।
তাৰ অধিষ্ঠাত্ৰী দেৱতা তিনি ॥
দক্ষিণ অয়ন যে ছয় মাস ।
তাতে চন্দ্ৰজ্যোতি কৰৈ প্ৰকাশ ॥৫৫৫
দক্ষিণ অয়নে যে গোটা মৰে ।
যদি যোগী হোৱে সংসাৰে পৰে ॥
উত্তৰ অয়ন যোগীৰ পথ ।
দক্ষিণে চলয় সকামী যত ॥৫৫৬
যি জনে ভূত প্ৰেত পূজা কৰে ।
নৰক ভুঞ্জিয়া নৰকে পৰে ॥

ঈশ্বৰক পায় জানিয়া তত্ত্ব।
সৰ্ব্বদা প্ৰকাশে উত্তৰ পথ ॥৫৫৭
অন্য দেৱ পূজে সকামী হুয়া।
দক্ষিণ পথ অন্ধকাৰ মায়া ॥
বিধৰ্ম্ম কৰ্ম্মক যিজনে কৰে।
ক্ষুদ্ৰ জন্তু হৈয়া পৃথিৱী ফুৰে ॥৫৫৮
উত্তৰ দক্ষিণ দুগোটা পথ।
দুইৰো সুখ যোগী জানে সমস্ত ॥
যদ্যপি স্বৰ্গ সুখ বুলি কহে।
যোগীক মোহিবে নপাৰে মোহে ॥৫৫৯
পুৰুষ নাৰী যেন সঙ্গমত।
লাগে মানে সুখ মানে মনত ॥
মিছা সুখ মানে মনৰ ইচ্ছা।
বিন্দুপাতে দেখে সকলে মিছা ॥৫৬০
সাধিতে সুখ বহু বিত্ত ব্যয়।
স্বৰ্গৰো সুখ জানা সি নয় ॥
ভক্তে হৰিপদে পাৱয় স্থান।
তাতে মত্ত হুয়া নজানে আন ॥৫৬১
তপ জপ যজ্ঞ বেদ অধ্যয়ন।
কৰ্ম্ম তীৰ্থ ব্ৰত দান প্ৰধান ॥
সবাৰো ফল ভক্তি জ্ঞান দেখি।
জানি যোগযুক্ত হুয়োক সখি ॥৫৬২

পুনু নমি কহে মিশ্ৰ গোবিন্দ।
মনে নছাৰোক পদাৰবিন্দ ॥
যিজনে হৈলাহা সংসাৰ পাৰ।
স্মৰা ৰামনাম মন্ত্ৰৰো সাৰ ॥৫৬৩
সন্ত সাধু সঙ্গ লোৱা সুখে।
সদা ৰামনাম লোৱা মুখে ॥
কৃষ্ণৰ ৰূপক বান্ধিয়া বুকে।
জয় ৰাম কৃষ্ণ বোলা উৎসুকে ॥৫৬৪

---

## পদ

কৃষ্ণে যে বোলন্ত পাৰ্থ শুনা মোৰ বাক।
শুক্ল কৃষ্ণ পক্ষ দিবা নিশা বোলে যাক ॥
অভিমানী দেৱ বুলি কহিলো পূৰ্ব্বত।
যাক বুলি অভিমানী শুনা কহো তত্ত্ব ॥৫৬৫
স্বৰূপত যাক বোলে দুগোটা অয়ন।
গোটেক দক্ষিণ জানা আৰো উত্তৰায়ণ ॥
অৰ্থ সুবুজিয়া জানা কৰাহা সংশয়।
এতে নিজ অৰ্থ কহো জানা ধনঞ্জয় ॥৫৬৬
যদি ভালমতে তাৰ সুবুজিলা অৰ্থ।
অৰ্থ ভাঙ্গি কহো তাক শুনিয়োক পাৰ্থ ॥

প্ৰবৃত্তি দক্ষিণায়ণ জানা ধনঞ্জয়।
সংসাৰত দুখ পায় মৰি উপজয় ॥৫৬৭
উত্তৰায়ণ শুক্লপক্ষ দিবা চন্দ্ৰজ্যোতি।
এহি চাৰি প্ৰকাৰ বুলিবা মহামতি ॥
মোত বিনে আনে নজানয় গূঢ় অৰ্থ।
ব্যক্ত কৰি কহো তাক শুনিয়োক পাৰ্থ ॥৫৬৮
নিবৃত্তি উত্তৰায়ণ বোলে মহামতি।
যাক বুলি তত্ত্বজ্ঞান সেহি চন্দ্ৰ জ্যোতি ॥
একমাস ভিতৰত দুই পক্ষ দেখি।
বিদ্যাকেসে শুক্লপক্ষ বোলে জানা সখি ॥৫৬৯
বিষয় বৈৰাগ্য যেৱে হোৱে পুৰুষৰ।
বৈৰাগ্য কাৰণ ভক্তি হোৱে অষ্টাঙ্গৰ ॥
বৈৰাগ্য বাঢ়িলে মন স্বস্থ হৈয়া ৰহে।
বৈৰাগ্য গোটক জ্ঞানী দিবা কৰি কহে ॥৫৭০
উত্তৰ অয়ন ভাগ কহিলোহো মত।
দাৰুণ অয়ন কহো শুনা সাৰ তত্ত্ব ॥
প্ৰবৃত্তি দক্ষিণায়ন শুনা ধনঞ্জয়।
সংসাৰত দুখ পায় মৰি উপজয় ॥৫৭১
দেহক বোলয় আত্মা অহঙ্কাৰ মতি।
অজ্ঞানত মোক লোকে বোলে চন্দ্ৰজ্যোতি ॥
প্ৰবৃত্তিৰ তিনিগুণ জানিবা নিশ্চয়।
গুণকাৰ্য্য বিষয় ইন্দ্ৰিয় প্ৰবৰ্ত্তয় ॥৫৭২

মই সুখী দুখী জীৱে মানে আপোনাক।
মিছা অভিমানী কৃষ্ণপক্ষ বুলি তাক॥
লোভ মোহে থাকি তৃষ্ণা বাঢ়ে পুৰুষৰ।
সকামী সঙ্কল্প কৰ্ম্ম কৰে নিৰন্তৰ॥৫৭৩
দক্ষিণ অয়ন যিটো সাংসাৰিক পথ।
অজ্ঞান যে চন্দ্ৰজ্যোতি নানা স্বৰূপত॥
সকামীৰ ফল সঙ্কল্পে হিংসা পুন।
অভিমানে কৃষ্ণপক্ষ জানিবা অৰ্জ্জুন॥৫৭৪
উত্তৰ দক্ষিণ দুয়োৰো কহিলো ব্যৱস্থা।
অভিমানী দেৱতাৰ শুনা কহো তত্ত্ব॥
কৰ্ম্মক কৰিয়া তাৰ ফলক বাঞ্ছয়।
ফল সঙ্কল্প হিংসা জানা ধনঞ্জয়॥৫৭৫
যি যি দেৱে অভিমান কৰে যাত অচি।
তাৰ অধিষ্ঠান কহো শুনা সব্যসাচী॥
বাসুদেৱ অনিৰুদ্ধ কাম সঙ্কৰ্ষণ।
চিত্ত বুদ্ধি অহঙ্কাৰ সমে আৰো মন॥৫৭৬
এই চাৰি প্ৰবৃত্তি থাকয় সবাহাত।
চতুৰ্ভুজ হৰি হেন প্ৰকাশয় তাত॥
চিত্তে থাকি বাসুদেৱ কৰে অধিষ্ঠান।
বাসুদেৱ অধিষ্ঠানে প্ৰকাশয় জ্ঞান॥৫৭৭
প্ৰদ্যুম্নৰ অধিষ্ঠান বুদ্ধিত আসিয়া।
সেহি অভিমানে প্ৰকাশয় বিদ্যা মায়া॥

কামসুত অনিৰুদ্ধ মন অধিষ্ঠান।
বিষয় বৈৰাগ্য এতে কৰয় প্ৰধান ॥৫৭৮
সঙ্কৰ্ষণে অধিষ্ঠান কৰে অহঙ্কাৰ।
একে অহঙ্কাৰ হয় ত্ৰিবিধ প্ৰকাৰ ॥
যিমত ত্ৰিবিধ হয় শুনা নাম কহো।
অজ্ঞান যে অভিমান অপৰ যে মোহ ॥৫৭৯
অজ্ঞান গোটক চন্দ্ৰজ্যোতি বুলি কয়।
অভিমানে কৃষ্ণপক্ষ জানিবা নিশ্চয় ॥
মোহোক কহয় নিশা জানা স্বৰূপত।
সমস্ত কহিলো পাৰ্থ তোমাৰ আগত ॥৫৮০
অগ্নিজ্যোতি অভিমানী জানা বাসুদেৱ।
যাত পৰে প্ৰকাশক আন নাহি কেৱ ॥
প্ৰদ্যুম্ন যে অভিমানী শুকুলা পক্ষৰে।
যাহাৰ প্ৰকাশে অবিদ্যাক দূৰ কৰে ॥৫৮১
দিবা অভিমানী জানিবাহা অনিৰুদ্ধ।
যাহাৰ প্ৰসাদে মন সুস্থ আৰো শুদ্ধ ॥
কহয় গোবিন্দ মিশ্ৰে শুনা মোৰ বাক।
যি লৰে গোবিন্দ নাম দণ্ডৱতে তাক ॥৫৮২
বিষয় ভোগত থাকি যো নো এৰা নাম।
কৰযোৰ কৰি পুনু কৰোহো প্ৰণাম ॥
হৰি কথা কহে শুনি কতো দুষ্টজন।
কেতিক্ষণ যাইবে উচপিচ কৰে মন ॥৫৮৩

কৃষ্ণকথা এৰি যদি গ্ৰাম্যকথা মিলে।
শুনি কৰ্ণ জহ্কাৰে অমৃত যেন দিলে॥
শুণি চোৰা কৃষ্ণ বিনে কিবা আছে ধন।
জয় কৃষ্ণ বুলি ডাকা সভাসদগণ॥৫৮৪
হেন জানি যতনে এৰিয়ো আন কাম।
সমজ্যায়ে সঘনে ঘোষয়ো ৰাম ৰাম॥
শুনি আছা ৰাম বিনে কৈত আছে ত্ৰাণ।
ৰামেসে হুইছে মূল কহে শাস্ত্ৰগণ *॥৫৮৫
যত বেদ পুৰণাদি আনো শাস্ত্ৰগণ।
তথাপি সকলে কহে নামেসে প্ৰধান॥
যিটো জনে গুৰু মানি নাম কৰে পান।
পাপ ব্যাধি শৰীৰৰ হোৱয় নিৰ্য্যাণ॥৫৮৬
আপুনি লোৱয় নাম গুৰুক মানিয়া।
যমৰাজা ভয়ে থাকে মহত্ব শুনিয়া॥
যিটো জনে দণ্ড দেই পাপী বুলি ধৰি।
গুৰু মানি যায় সিটো যমক বাহুৰি॥৫৮৭
ঋক্ যজু সাম অথৰ্ব্ব বেদ চাৰি।
তাহাৰ উপৰে জানা নামে অধিকাৰী॥
কি কহিবো সখি মই নামৰ মাহাত্ম্য।
মই বশীভূত হওঁ ভক্তৰ সঙ্গত॥৫৮৮

---

* ৫৮৫ পদৰপৰা ৬০৪ পদলৈ পুৰণা পুথিত পোৱা নহল। পদবোৰৰ ভাষাও আগৰ ভাষাৰ লগত নিমিলে।

আগে নাম লৈলা সখি আমি লৈলো পাচে।
সিকাৰণে বেদশাস্ত্ৰ নামে বান্ধা আছে॥
নাম বিনে কোনজন নতৰে পাপত।
বিশ্বাসতে গুৰু মানি নামৰ ধৰা ব্ৰত॥৫৮৯
উপালম্ভা নকৰিবা নামেসে ঈশ্বৰ।
তাঙ্ক পিতা মাতা বুলি মনে কৰা দৃঢ়॥
কশ্যপেও গুৰু মানি নাম লৈলা আতি।
নাৰদে মানিলা গুৰু চণ্ডাল নীচ জাতি॥৫৯০
আগতে লইয়া নাম পাচে বিচাৰয়।
নহেতো চণ্ডাল দ্বিজৰূপে হৰিহয়॥
পৰম গোপনী মূলমন্ত্ৰ যেবে লৈলা।
ব্ৰহ্মাৰ তনয় নাৰদ মোক্ষপদ পাইলা॥৫৯১
শুচি ভৈলা দেহা তাৰ ভক্তি উপজিল।
উদ্ধাৰিলা নিন্দাবাদ ভয় গুচি গৈল॥
ইন্দ্ৰ আছিলেক গুৰু নামানি স্বৰ্গত।
চণ্ডালিনী ৰূপে লক্ষ্মী দেখাইলা পথত॥৫৯২
মনুষ্যৰ মুণ্ডে বান্ধে গোমাংস ও সুৰা।
ইন্দ্ৰে সুধিলন্ত তুমি ঐত কিবা কৰা॥
মায়া লক্ষ্মী বোলে অভক্ত আছয় স্বৰ্গত।
চাকনি দিয়াছো আমি তাহাৰ উৰত॥৫৯৩
চৰণৰ ধূলা পৰি দ্ৰব্য হৈবে নষ্ট।
মোৰ উপভোগ যো নো অভক্তে কৰে নষ্ট॥

ইন্দ্ৰে দেখি বিস্ময় মানিয়া সুমৰয় ।
আমি যে অভক্ত আছো মোকেসে নিন্দয় ॥৫৯৪
ৰথ ৰাখি অৱতীৰ্ণ ভৈলা সুৰপতি ।
পুছিলা নামৰ সন্ধি কহিলেক সতী ॥
সেই দিন ধৰি ইন্দ্ৰৰ শঙ্কা দূৰ গৈলা ।
জন্মান্তৰ পাপ গুচি ভক্তপদ পাইলা ॥৫৯৫
অভক্ত সদৃশ অশৌচ শুনা মহাশয় ।
গোমাংস সুৰাত কৰি ততোধিক হয় ॥
হয় সুৰাপায়ী যদি গোমাংসক খায় ।
গুৰু মানি সিটো যদি মোৰ নাম লয় ॥৫৯৬
নহৈব যমৰ অধীন মোৰ ভক্ত হয় ।
তাৰ সদা সঙ্গে কৰে শুনা ধনঞ্জয় ॥
সত্য কৰি কহো কথা তোমাৰ আগত ।
গুৰু মানি লৈবা নাম হুৰ্ঘোৰ কলিত ॥৫৯৭
যদিও নাথাকে মনে গুৰু মানি লয় ।
তথাপি নছাৰো মই বস্তু যে নিশ্চয় ॥
অহঙ্কাৰী গুৰু নামানিয়া লৈবে নাম ।
নতবে কলিত সিটো সিদ্ধি নোহে কাম ॥৫৯৮
মহা গোপনীয় জ্ঞান কহিলো তোমাত ।
আৰো মূল নাম কৈছো সোতৰ অধ্যাত ॥
কাহাকো নকৈবা তুমি পাণ্ডুৰ তনয় ।
দয়ায়ে তোমাত মই কৈবো গোপাচয় ॥৫৯৯

ব্ৰহ্মা বিষ্ণু ইন্দ্ৰ আদি দেৱে নজানয়।
সোতৰ অধ্যায়ত কৈবো নাম গোপাচয় ॥
কহয় গোবিন্দ মিশ্ৰ দান্তে তৃণ ধৰি।
গুৰু মানি নাম লৈবা দণ্ডৱতে পৰি ।৬০০
বিষয় ভোগক পাই যো নো এবা নাম।
কৰযোৰ কৰি পুনু কৰোহো প্ৰণাম ॥
হৰিকথা পৱিত্ৰ কৰয় তিনিজন।
পঢ়ে কহে যিটোজনে কৰয় শ্ৰৱণ ।৬০১
ইটো মুখ্য তিনিজনে সংসাৰক তৰে।
তিনিৰ যে তিনি পুৰুষ উদ্ধাৰে ॥
ভাটো পুষি গোটেক স্মৰায়ে ৰাম হৰি।
আৰো জনে তাকে বুলি হাসে নিন্দা কৰি ।৬০২
জিহ্বা লৰবাই তাতে বোলে আৰো জনে।
বোলে হৰি স্মৰিবাতো নিন্দা কি কাৰণে ॥
ইজন্মত এহি বাক্য বুলি তিনি গৈলা।
সেহিটো সংস্কাৰে জন্মান্তৰে গতি ভৈলা ।৬০৩
হেনয় নামৰ মই কি কৈবো মহিমা।
ব্ৰহ্মা মহেশ্বৰো যাৰ নপাৱয় সীমা ॥
নামৰ মহিমা মই কহিতে নপাৰো।
ডাকি বোলা ৰাম কৃষ্ণ দান্তে তৃণ ধৰো ।৬০৪

( অষ্টম অধ্যায় সমাপ্ত )

# নবম অধ্যায়

## ৰাজবিদ্যা ৰাজগুহ্যযোগ

### ছবি

পূৰ্ব্বে বীৰ কুৰুৰাজে দ্ৰৌপদীক সভামাজে
বস্ত্ৰ কাঢ়ি লৈলেক তাহাৰ।
তুমি বস্ত্ৰৰূপ হুয়া দ্ৰৌপদীৰ অঙ্গে গৈয়া
লাজ সমুদ্ৰত কৈলা পাৰ॥
দ্ৰৌপদীৰ দেখো অঙ্গ সবাহাৰে এহি ৰঙ্গ
দুঃশাসন বস্ত্ৰ খসাৱন্ত।
দিন অৰ্দ্ধে খসাৱন্ত বস্ত্ৰে সভা নধৰন্ত
বস্ত্ৰৰ মেৰৰ নাহি অন্ত॥৬০৫
ভীষ্ম দ্ৰোণ কৃপ আদি অধোমুখে চক্ষু মুদি
উঠি গৈলা আপোন নিবাস।
বোলে দ্ৰৌপদীৰ কষ্টে সবেও যাইবেক নষ্ট
কৌৰৱ সমূলি হৈবে নাশ॥
ভকতবৎসল হৰি অধমক কৃপা কৰি
সেৱকক ৰাখে আপোনাৰ।
ভক্তে যে কৰাইে কৰে জন্ম নাহি দেহ ধৰে
হেন জানি কৰো নমস্কাৰ॥৬০৬

অষ্টমত কৃষ্ণে কৈলা বিনা ভক্তি নপাৱয়
মোহোক জানিবা কুন্তীসুত।
ভক্তিৰ মহিমা যত কহিবোহো নৱমত
আশ্চৰ্য্য ঐশ্বৰ্য্য অদভুত ॥
গুহ্যৰো যে গুহ্যতম ত্ৰৈলোক্যত নাহি সম
সেহি গুহ্য কহিবো সাক্ষাত।
মহিমাক বাৰম্বাৰ কহো মই আপোনাৰ
যাত নাহি অসূয়া তোমাত॥৬০৭
সুহৃদ বান্ধৱ প্ৰাণ তুমি বিনা নাহি আৰ
এতে কহো গুহ্য অতিশয়।
জ্ঞান যে বিজ্ঞান সমে যাক জানি অনুক্ৰমে
সুখে সংসাৰৰ পাৰ পায় ॥
গুহ্যৰ মধ্যত ৰায় যাত পৰে বিদ্যা নাই
শুদ্ধ হুয়া গুচে যত পাপ।
শাস্ত্ৰ বেদান্তৰ মৰ্ম্ম যাত পৰে নাহি ধৰ্ম্ম
সংসাৰৰ খণ্ডে তিনি তাপ ॥৬০৮
যদি বোলা হেন মত ভক্তিসে সুলভ পথ
সবে কেন নভজয় মোক।
গুচোক সংসাৰ হেতু দূৰ হৌক জন্ম মৃত্যু
সুখে সবে সংসাৰ তৰোক ॥
বিষয়ক যত্ন কৰে মাত্ৰ শিশ্নোদৰ ভৰে
নজানয় তাৰ ভাল মন্দ।

ভার্য্যা পুত্র সমন্বিতে দুখক মানয় হিত
জ্ঞানত মোহে থাকি অন্ধ ।৬০৯
শাস্ত্র উপদেশ পাই তথাপি বিশ্বাস নাই
গুৰুমুখে নলৱয় সাৰ ।
যদি দেখা দেখি কৰে যেন ভাটো ৰাম স্বৰে
অন্তৰত শ্ৰদ্ধা নাহি তাৰ ॥
তীর্থ যজ্ঞ তপস্যাৰ শ্রদ্ধাসে সবাৰো সাৰ
শ্ৰদ্ধা বিনে কার্য্য নষ্ট যত ।
মোহোত নকৰে ৰতি এতে যায় অধোগতি
জন্ম মৃত্যু হোৱৈ সংসাৰত ॥৬১০
অব্যক্ত মই স্বৰূপত ব্যাপি আছো জগতত
আদি অন্ত নাহি পূর্ব্বাপৰ ।
কার্য্যৰ কাৰণ যত মই বিনে নাহি আন
মোত আছে যত চৰাচৰ ॥
জগতৰ যত প্রাণী সকলো মোতেসে আছে
মই নথাকোহো তাসম্বাতে ।
সবাতে মইসে ৰহো তভো কাৰো সঙ্গ নোহো
ইহাক জানিবা ভালমতে ॥৬১১
যেৱে বোলা হেন সখি তোমাতে আছোহো আমি
তুমি কেনে নাথাকা আমাত ।
দেহ বস্ত্র যেন দুই অন্যোন্যে সংযোগ হুই
দুইতো দুই আছয় সাক্ষাত ॥

গুহ্য গুহ্যতৰ সখি গুহ্যতম যাক দেখি
তাৰ ভেদ কহো শুনিয়োক।
বেদশাস্ত্ৰ পুৰাণত নিৰূপি কহয় যত
তাকে গুহ্য বোলে সৰ্ব্বলোক।৬১২
জ্ঞান বিজ্ঞানক লোক অনুভৱ বোলে মোক
সেহি গুহ্যতম নিৰূপম।
তুইতো ব্যতিৰেকে তত্ত্ব নিজ ভগৱন্ত যত
নিষ্টে জানা এহি গুহ্যতম।
যেন ক্ৰুৰস্বভাৱ সৰ্প বিষগৰ্ব্বে কৰে দৰ্প
মন্ত্ৰ শুনি চপৰাৱে মাথ।
ঘোৰ ইটো সংসাৰৰ সুখে নৰ হোৱে পাৰ
মোত অল্প ভক্তি কৰি মাত্ৰ।৬১৩
অব্যক্ত ঈশ্বৰ তুই ৰথতে আছোহো মই
মোত শ্ৰদ্ধা নকৰয় নৰ।
বোলে নাৰায়ণ অংশে কৃষ্ণে এক অৱতাৰ
নিজ নাৰায়ণেসে ঈশ্বৰ।
এহি কৃষ্ণ শৰীৰত কোটি যে ব্ৰহ্মাণ্ড যত
সবে আছে যত চৰাচৰ।
তভো নাহি শ্ৰদ্ধা ৰতি তাতে যাই অধোগতি
তাৰ ফল নৰক মাতৰ।৬১৪
আন অৱতাৰ গুলা কতো অংশ কতো কলা
মই পূৰ্ণব্ৰহ্ম সনাতন।

পৃথিবীৰ খণ্ডি ভাৰ আতে হৈও অৱতাৰ
নিষ্টৈ জানা মই নাৰায়ণ ॥
ব্ৰহ্মযোনি মোৰ তত্ত্ব কহিলন্ত নাৰদত
ব্যাসত কহিলা তপোধনে ।
পুৰাণত যিটো সাৰ ভাগৱত নাম যাৰ
ব্যাস কৰি পৰম যতনে ॥৬১৫
তান পুত্ৰ শুকমুনি তাক পঢ়াইলন্ত আনি
শুকে লোকে কৰিল প্ৰচাৰ ।
বোলে দৈৱকাৰ গৰ্ভে ব্যক্ত আসি ভৈলা ব্ৰহ্ম
পূৰ্ণব্ৰহ্ম কৃষ্ণ অৱতাৰ ॥
আৰো হেৰা তুমি মই একে বিনে নোহো দুই
অবিদ্যা মায়াত ভিন্ন দেখি ।
মোৰ অংশ জীৱ তুমি মই আত্মা অন্তৰ্যামী
তুমি মই এহি হেতু সখি ॥৬১৬
সাৰথিৰ কহো ভেদ জানিয়োক পৰিচ্ছেদ
লোকে নজানয মহামতি ।
যি গোটা যে মহাৰথী ৰথে চৰি কৰে গতি
ৰথ পুনু চলাৱে সাৰথি ।
দেহ ৰথ মোৰ মন ইন্দ্ৰি প্ৰাণ সেনাগণ
বিষয অৰণ্য সংসাৰৰ ।
চিত্ত বুদ্ধি ধনুৰ্ব্বাণ লোক মোহ সুসন্ধান
ভোগ যে মৃগয়া ভৈলা তাৰ ॥৬১৭

তুমি জীৱৰূপ ধৰি দেহ গোট ৰথ কৰি
সংসাৰৰ প্ৰৱৰ্ত্তন যিটো।
অন্তৰ্য্যামী ৰূপ হুই সবাকে চলাওঁ মই
তোমাৰ সাবধি এহি হেতু॥
অব্যক্ত মই স্বৰূপত ব্যাপি আছো জগতত
আদি অন্ত নাই পূৰ্ব্বাপৰ।
যত কাৰ্য্য কাৰণ মই বিনে নাহি আন
মোতে আছে যত চৰাচৰ॥৬-৮
জগতৰ যত প্ৰাণী সকলে মোতেসে আছে
মই নাথাকোহো তাসম্বাত।
মইসে সবাকে বহো তভো কাৰো সঙ্গ নহো
ইহাক জানিবা ভালমত॥
অৰ্জ্জুনে বোলয় স্বামী তোমাত আছোহো আমি
তুমি কেনে নাথাকা আমাত।
দেহ বস্ত্ৰ যেন দুই উভয় সংযোগ হুই
দুইতো দুই আছয় সাক্ষাত।৬১২
কৃষ্ণে বোলে বৃহন্নলা কৰিলাহা প্ৰশ্ন ভালা
যি পুছিলা অতীব সংশয়।
শিৱ বিৰিঞ্চিযে তত্ত্ব নজানয় স্বৰূপত
মই দিবো তাহাৰ নিৰ্ণয়॥
সমস্ত জগত ব্যাপি সবাৰো ব্যাপক মই
মোক আৱৰিবা কেন কৰি।

পুৰুষ প্ৰকৃতি দুই একে যে সংযোগ হুই
পুৰুষক ঢাকয় মনবি ॥৬২০
মোহ এৰি পুৰুষে যে থাকিতে পাৰয় যদি
দেহত থাকন্তে ঘটে মোৰ।
পৃথিবীতে আছে লোক লোকত পৃথিবী নাই
মোৰ জানা সেহি পটন্তৰ ॥
ব্যাপক আকাশ যেন বায়ু সমে দুই জন
সৰ্ব্বদায়ে থাকে একঠাই।
বায়ুৰ সৰ্ব্বত্ৰে গতি আকাশত হোৱৈ স্থিতি
তভো দুইতো দুইৰ সঙ্গ নাই ॥৬২১
প্ৰপঞ্চ জগত যত চতুৰ্ব্বিংশ আদি তত্ব
সবাহাৰো প্ৰকৃতি কাৰণ।
কাৰ্য্য কাৰণ দুই তথাপি সমৰ্থ নুই
মোৰ দৃষ্টি হোৱয় চেতন।
মায়াৰো কাৰণ আমি সবাহাৰো অন্তৰ্য্যামী
মোত বিনে বস্তু নাহি আৰ।
অলঙ্কাৰ গঢ়িলাত কঙ্কণ কুণ্ডল হোৱে
ভঙ্গ ভৈলে সুৱৰ্ণ হে সাৰ ॥৬২২
লীলাক আশ্ৰয় কৰি মোৰ যোগ মায়া ধৰি
জগতক স্ৰজো পুনৰ্ব্বাৰ।
যেবে কল্প অন্ত পাই মায়া সমে আসে যায়
গুণে সমে সকল সংসাৰ॥

অৰ্জ্জুনে বোলন্ত স্বামী বোলা যে অংশ আমি
নিজে কৰ্ত্তা তুমিসে সাক্ষাত।
জীৱে কিছু নকৰয় নকৰিও বদ্ধ হয়
তুমি কেনে বদ্ধ নোহা তাত ॥৬২৩
কৃষ্ণে বোলে হে অৰ্জ্জুন মোহোৰ যতেক গুণ
মুনিজনো নপাৱন্ত সীমা।
অব্যয় পুৰুষ মই নিৰাকাৰ নিৰাশ্ৰয়
মোৰ ভক্তি নপাৱে মহিমা।
আছোক আমি ধনঞ্জয় প্ৰকৃতিয়ো নস্ৰজয়
আমি কেনে কৰ্ত্তা হৈবো তাত।
পূৰ্ব্বকৰ্ম্ম সংস্কাৰে গুণকৰ্ম্ম দেহ ধৰে
বাসনাত থাকি হোৱে জাত ॥৬২৪
হুয়া আমি উদাসীন কৰ্ত্তা ক্ৰিয়া কৰ্ম্মহীন
সবাহাতে আছো সাক্ষী ভাগে।
উদয়ে যেন ভাস্কৰে লোকে ধৰ্ম্মাধৰ্ম্ম কৰে
পাপ পুণ্য সূৰ্য্যক নলাগে ॥
মোহোৰ প্ৰকাশ পায়া সংসাৰ স্ৰজয় মায়া
এহি হেতু নিষ্টে জানিয়োক।
যদি মই নিৰাকাৰ তভো ধৰো অৱতাৰ
এহি হেতু হেলা কৰে মোক ॥৬২৫
কহয় মিশ্ৰ গোবিন্দ চৰণৰ অৰবিন্দ
মোৰ মুখে নছাৰোক নাম।

শুনা সভাসদ জন ভৈবিবাৰ যাব মন
ডাকি সবে বোলা ৰাম ৰাম ॥৬২৬

পদ

স্বভাৱতে অজ মই জন্ম নাহি যাৰ।
ভক্তৰ ইচ্ছায়ে মই ধৰো অৱতাৰ॥
আৰো এক গোট কহো পৰম কাৰণ।
মোৰ জন্ম কৰ্ম্ম কহি কৰিব কীৰ্ত্তন॥৬২৭
মোৰ চৰণৰ মকৰন্দ কৰি পান।
মোক পাই সংসাৰত নজানয় আন॥
স্বৰ্গ মৰ্ত্ত্য পাতালৰ নোহো অধিপতি।
ভক্তি বিনে মোক্ষত যে নকৰয় ৰতি॥৬২৮
দেহ গেহ ভাৰ্য্যা পুত্ৰ আপ্ত বন্ধুজন।
সবাকো এৰিয়া মোত অৰ্পিলেক মন॥
মৎস্য কূৰ্ম্ম আদি ৰূপ নানা কৰো লীলা।
এতেকেসে মোহোক কৰয় অৱহেলা॥৬২৯
মোক মহেশ্বৰ বুলি নকৰয় জ্ঞান।
আন দেৱ সমে মোক দেখয় সমান॥

যেন অন্ন বস্তুক লাগিয়া নাচ নৰে।
মুখুজি স্বামীত ভৃত্যক চাটু কৰে ॥৬৩০
গৃহস্থৰ সিয়ো বস্তু দেই দুখভাৱে।
যদি গৃহস্থত খোজে বিস্তাৰকে পাৱে ॥
মোৰ প্ৰসাদৰ সিটো নজানয় সুখ।
ক্ষুদ্ৰ দেৱ পূজি মোত হোৱয় বিমুখ ॥৬৩১
কুতৰ্ক শাস্ত্ৰক পঢ়ি বুদ্ধি হোৱে হত।
বিমোহিত হুয়া বাদ কৰে ঈশ্বৰত ॥
আসুৰী স্বভাৱ ধৰি ৰজ তম গুণে।
হিংসাত্মক কৰ্ম্মে দেৱ পূজে সিকাৰণে ॥৬৩২
নানা কৰ্ম্ম কৰি মৰে চিত্ত নোহে থিৰ।
বলি কাটি মাংস খায় পিৰয় কাৰ ॥
তাৰ যত জ্ঞান কৰ্ম্ম যজ্ঞ দান ইষ্ট।
ঈশ্বৰ বিমুখ বৃথা জানিবাহা নিষ্ট ॥৬৩৩
পঢ়ে বেদ শাস্ত্ৰ তাৰ তত্ত্বক নজানি।
যিবা পঢ়ি ফুৰৈ সিয়ো বাতুলৰ বাণী ॥
মোক জানিবাৰ তাৰ চক্ষু ভৈল শাস্ত্ৰ।
শাস্ত্ৰজ্ঞান জানিবাৰ পণ্ডিতেসে পাত্ৰ ॥৬৩৪
পঢ়ে মাত্ৰ শাস্ত্ৰ তত্ত্ব নকৰে বিচাৰ।
শাস্ত্ৰ গৰ্ব্বে বাঢ়ে আৰো মদ অহঙ্কাৰ ॥
পণ্ডিত বুলিয়া মান্য কৰে সৰ্ব্বলোক।
মনে বাঢে অহঙ্কাৰ নজানয় মোক ॥৬৩৫

লোকত কহয় আপোনাত নাহি তাৰ।
যেন গন্ধ পশু বিচি পৰ উপকাৰ॥
সুঘ্ৰাণ বস্তুক পশু শৰীৰত ধৰে।
তাৰ কাৰ্য্য নাহি পৰে উপভোগ কৰে॥৬৩৬
গৰ্দ্দভে বহয় যেন চন্দনৰ ভাৰ।
পিঠিত চন্দন গন্ধ নপাৱয় তাৰ॥
পণ্ডিত হোৱয় শব্দ জানে অৰ্থ জ্ঞান।
মোহোত থাকিয়া তভো বখানয় আন॥৬৩৭
পাকে যাকে যাই যদি সম্ভৱ সমাজ।
মোৰ নাম স্মৰিবাতো তাত কৰে লাজ॥
লোকে নাম স্মৰে শুনি উসমিস কৰে।
লাজত থাকিয়া সিটো কাব্যকোৰ পঢ়ে॥৬৩৮
বোলে ৰাম-কৃষ্ণ নাম স্মৰণ সুখৰ।
এহি লাজে মিছা মনে ভটকে মাতৰ॥
যেন শাস্ত্ৰ জ্ঞান হোৱে ঈশ্বৰত চিত্ত।
একে দেৱ অমৰ যে পিলেক অমৃত॥৬৩৯
যিমতে ভজিবে মোক শাস্ত্ৰে কহে তাক।
পণ্ডিতৰ আগত নালাগে পুছিবাক॥
পঢ়িয়া শাস্ত্ৰক মোক কৰে ব্যভিচাৰ।
পঢ়ি বৃথা দুখ পাইব চোৰে দিলা ভাৰ॥৬৪০
কিমতে ভজিব মূৰ্খে যদি হেন বোলা।
কোন শাস্ত্ৰ পঢ়ি মোক ভজিল পিঙ্গলা॥

অনাচাৰী পোৱালীয়ে কামবুদ্ধি ত্যজে।
নিষিদ্ধ নচাই মোক ভক্তি পতি পাৱে ॥৬৪১
মোক যিটো জানি ভজে মূৰ্খ আতিশয়।
সেহিসে মোহোৰ তত্ত্ব স্বৰূপ জানয় ॥
হেন জানি বুধজনে তেজি আন কাম।
আলাস তেজিয়া ডাকি বোলা ৰাম ৰাম ॥৬৪২

---

## বৰগুৰী

ঘোষা— জয় হৰি জয় ৰাম ॥

পদ

মোহোৰ ভকত যিটো হয়।
দৈৱী প্ৰকৃতিয়ে লাগ লয় ॥
যিটো হোৱে অনন্য শৰণ।
সৰ্ব্বদায়ে মুখুচে স্মৰণ ॥৬৪৩
ব্ৰহ্মাৰ অধিপতি যিটো জানে।
অনাদি ঈশ্বৰ বুলিয়া মানে ॥
শ্ৰৱণ কীৰ্ত্তন সদা কৰে।
আন নজানয় মোত পৰে ॥৬৪৪
মোৰ পূজা অৰ্চ্চনত ৰত।
সেহিসে পৰম ভৈল ব্ৰত ॥

মোৰ চৰণক মনে ধৰি ।
দণ্ডৱতে নমে পৰি পৰি ॥৬৪৫
আন সবে কৰিলে ত্যাগ ।
সেহিসে পৰম মাহাভাগ ॥
মোক নানা ভাৱে পূজে পুন ।
তাক কহো শুনিয়ো অৰ্জ্জুন ॥৬৪৬
জ্ঞানযজ্ঞে কতো মোক ভজে ।
সবাতো ঈশ্বৰ বুলি পূজে ॥
নিবৃত্তিক চাহে যিটো লোক ।
চাৰিয়ো প্ৰকাৰে ভজে মোক ॥৬৪৭
কতো ভজে এক মন হুই ।
ব্ৰহ্ম বিনে নজানয় দুই ॥
কতো ভিন্ন কৰি ভজে চিত্ত ;
ঈশ্বৰ এন্তে মই তান ভৃত্য ॥৬৪৮
সেৱ্য সেৱকৰ বুদ্ধি যাৰ ।
ভক্তিৰ পৰম এহি দ্বাৰ ॥
মুখ্য মুখ্য মোহোৰ বিভূতি ।
তাত ভজে মোত কৰি বুদ্ধি ॥৬৪৯
ইন্দ্ৰ চন্দ্ৰ অনন্ত বৰুণ ।
বহু ৰূপে মোক ভজে পুন ॥
যিটো ভজে বুলি সৰ্ব্বাত্মক ।
বিষ্ণুময় দেখি জগতক ॥৬৫০

পতঙ্গ বিহঙ্গ যত প্ৰাণী।
সবাহো ভক্ষয় ব্ৰহ্ম জানি॥
যেনমতে মইসে সকল।
কহো তাক শুনা মহাবল॥৬৫১
তপ জপ যজ্ঞ মহাদান।
শ্ৰদ্ধা মন্ত্ৰ নিয়ম বিধান॥
স্ৰুব স্ৰুচ অগ্নি হোম ঘৃত।
মই বিনে নাহি কদাচিত॥৬৫২
জগতৰ মই পিতা মাতা।
সবাৰো কাৰণ বীজদাতা॥
বস্তু জানিবাৰ জ্ঞান মই।
পৱিত্ৰৰূপে মোকেসে কয়॥৬৫৩
ঋগ্ যজুঃ সাম বেদ তিনি।
মোহোৰ মুখৰ সবে বাণী॥
বেদৰ প্ৰণৱ যাক বোলে।
সূক্ষ্মৰূপ মোহোৰ কেৱলে॥৬৫৪
সুহৃদ সোদৰ প্ৰভু স্বামী।
গতিদাতা সাক্ষী অন্তৰ্য্যামী॥
স্ৰজো পালো কৰোহো সংহাৰ।
মোত বিনে নাহি কিছু আৰ॥৬৫৫
চন্দ্ৰৰ সূৰ্য্যৰ যত প্ৰভা।
সবে জ্যোতি মোৰেসে জানিবা॥

সংসাৰৰ প্ৰাণী নিতে নিত।
চন্দ্ৰৰূপে যোগাওঁ অমৃত ॥৬৫৬
সূৰ্য্যৰূপে মই তাপ দেওঁ।
পৃথিবীৰ ৰস টানি নেওঁ ॥
ৰশ্মি যত লওঁ সবাহাৰে।
পুনু দেওঁ মেঘবৃষ্টি দ্বাৰে ॥৬৫৭
জানা মৃত্যু মই কালৰূপ।
উৎপত্তিও মোহোৰ স্বৰূপ ॥
যত কাৰ্য্য অনন্ত জগত।
কাৰণ প্ৰকৃতি হেনমত ॥৬৫৮
সংসাৰত নাহি মোত বিনে।
সাধুসবে ভজ সিকাৰণে ॥
গোবিন্দ মিশ্ৰ কৃষ্ণৰ কিঙ্কৰ।
ৰামকৃষ্ণ ধ্বনি কৰা নৰ ॥৬৫৯

---

## দুলড়ী

কৃষ্ণে যে বোলন্ত তিনি বেদে কৰৈ
সকাম প্ৰবৃত্তি পথ।
তপ জপ যজ্ঞে নানা দেৱ যজে
যাৰ যেন অভিমত।

কৰ্ম্ম ক্ৰিয়া মূল প্ৰয়াসে বহুল
ফলো অল্প তুচ্ছ আতি।
তথাপিতো নৰে কৰ্ম্ম কৰি মৰে
মোহ হুয়া মন্দমতি।৬৬০
যজ্ঞ সাঙ্গ ভৈল পাপ দূৰ গৈল
সোমলতা ক'ৰ পান।
মৰে আয়ুক্ষয়ে দূতে ধৰি নেয়
স্বৰ্গত হোৱয় স্থান ॥
পূৰ্ব্ব কৰ্ম্মফল ভুঞ্জয় সকল
স্বৰ্গত থাকি সাক্ষাত।
পূৰ্ব্ব পুণ্যচয় ভোগ ভৈলে ক্ষয়
পুনু হোৱে অধঃপাত ॥৬৬১
সংসাৰত পৰি গড়াগড়ি কৰি
তাতে মৰি উপজয়।
প্ৰবৃত্তিৰ পথ দুখ এহিমত
শুনিয়োক ধনঞ্জয় ॥
সকামে নিষ্কামে যিটো মোক ভজে
সিটো পাৱে মোৰ ধাম।
বিজয়ী যিজন চতুৰ্ব্বৰ্গ দেওঁ
ধৰ্ম্ম অৰ্থ মোক্ষ কাম ॥৬৬২
এৰি আন মন সেৱয় চৰণ
জানা সবে আন মিছা।

সুখুজিলে তাক কৰোহো কল্যাণ
যদি নকৰয় ইচ্ছা ॥
শ্ৰদ্ধাভাৱে ভক্তে নানা দেৱ পূজে
সিয়ে পূজা হোৱে মোৰে।
যত দেৱ পুনু সবে মোৰ তনু
কিন্তু বিধি এৰি কৰে ॥৬৬৩
যেন একগোট বৃষ উপযোগ্য
সমস্ত লক্ষণে পাই।
নীলবৰ্ণ হয় বৃষক ঘুৰাই
কিন্তু তাৰ শিস্ন নাই।
যত চৰাচৰ সমস্তে ঈশ্বৰ
বস্তু নাহি মোত বিনে।
আন দেৱ ৰূপে মোক্ষক নেদেও
বিধিহীন সিকাৰণে ॥৬৬৪
মই পূৰ্ণব্ৰহ্ম জগত ঈশ্বৰ
আন যত সবে জীৱ।
ব্ৰহ্মা ৰুদ্ৰ আদি সবে উপজয়
মই অজ সদাশিৱ ॥
অগ্নিৰ স্ফুলিঙ্গ স্থুল অগ্নি হন্তে
যেন বাহিৰাই যায়।
কালে মগ্ন যায় নিৰ্ব্বাণক পায়
পুনু আসে পূৰ্ব্ব ঠাই ॥৬৬৫

যত চৰাচৰ আশ্ৰয় ঈশ্বৰ
সাক্ষীৰূপে হৈয়া স্থিত।
ঈশ্বৰত বিনা সকলোৰে মিছা
সবে মান বিনাশিত॥
ত্ৰৈলোক্য ঈশ্বৰ ভোক্তা মহেশ্বৰ
কাল মৃত্যু যাক ডৰে।
আত্মা যে সবাৰ প্ৰিয় নাহি আৰ
তথাপিতো হেলা কৰে॥৬৬৬
মোৰ স্বৰূপক নজানয় তত্ব
মোহে বুদ্ধি ভৈলা হত।
নানা কৰ্ম্ম যজি ক্ষুদ্ৰ দেৱ পূজি
এতেকে পৰে অধত॥
ব্ৰত নিষ্ঠা ধৰি নানা কৰ্ম্ম কৰি
দেৱক যজয় তাৰে।
কায় ক্লেশ ধৰি কিন্তু ক্ষয় কৰি
সেহি দেৱত্বক পাৰে॥৬৬৭
ঈশ্বৰ নজানে যত দ্ৰব্য মানে
শ্ৰদ্ধাত কৰে সন্ধান।
নিজ পিতৃ হৰি তাক হেলা কৰি
মৰি পাৱে পিতৃস্থান॥
ঈশ্বৰ নৈবেদ্য আন দেৱ পূজে
নিষ্টে কহো মহাবল।

ঈশ্বৰ উদ্দেশ্যে যদি শ্ৰাদ্ধ কৰে
অনন্ত কোটিৰ ফল ॥৬৬৮
ভূত-প্ৰেতগণ পূজে যিটো জন
ভূতক প্ৰেতক পাই।
মদ্য মাংস তেজ উচ্ছিষ্টক ভুঞ্জে
ফুৰে পোৱা মাছ খায়।
মোহোৰ চৰণ ভজে যিটো জন
মোহোৰ স্বৰূপ পায়।
হয়া পাৰিষদ থাকৈ বৈকুণ্ঠত
তাৰ জন্ম মৃত্যু নাই ॥৬৬৯
শুনা মহাবীৰ মহিমা ভক্তিৰ
মোৰ নাম মাত্ৰ স্মৰে ॥
বিত্ত নাহি ব্যয় দুখো নলাগয়
পৰম আনন্দে তৰে ॥
মোহোৰেসে ভক্ত জগতৰ পূজ্য
নিষ্ঠে জানা সাৰ কৰি।
তাসম্বাৰ সঙ্গ লয়ে যিটো জনে
অপ্ৰয়াসে পায়ে হৰি ॥৬৭০
আন দেৱ ভজে নানা যজ্ঞে যজে
কৰ্ম্মতো বহু আয়াস।
বিধি নিষেধৰ নিয়ম বিস্তৰ
বহু বিঘ্নো হোৱে নাশ।

শুনা সৰ্ব্বজন কৃষ্ণৰ চৰণ
কলিযুগ ধৰ্ম্ম দেখা।
নামৰ সমান ধৰ্ম্ম নাহি আন
আন কৰ্ম্ম কেনে লেখা ॥৬১
নাম ভক্তি ভৈলে প্ৰেম উপজয়
স্নেহে মগ্ন হোৱৈ মন।
তাহাৰ হৃদয় নছাৰন্ত হৰি
সেহি নৰ-নাৰায়ণ ॥
অপাৰ সংসাৰ সুখে হে'ৱে পাৰ
স্মৰিলে হৰিৰ নাম।
বৈকুণ্ঠৰ নাথ চৰণত ধৰি
ডাকি বোলা ৰাম ৰাম ॥৬৭

---

পদ

সচ্চিদানন্দ পূৰ্ণ লক্ষ্মী মোৰ জায়া।
মোক তুষ্ট কৰিবেক কিবা ধন দিয়া॥
শত্ৰু মিত্ৰ উদাসীন নাহি কিছু হিত।
প্ৰিয় অপ্ৰিয়ো মোৰ নাহি কদাচিত ॥৬৭৩
কাহাতো অপেক্ষা নাহি অজিত অব্যয়।
তথাপিতো সদা মোক ভকতে জিনয় ॥

মই লক্ষ্মীপতি সৰ্ব্ব বিভৱ আছয়।
তভো জিনৈ যেনমতে শুনা ধনঞ্জয় ॥৬৭৪
অৰ্চ্চন বন্দন সেৱা কৰে প্ৰণিপাত।
পৰম আনন্দ লভি তুষ্ট হওঁ তাত ॥
পত্ৰ পুষ্প আমলকী বনহস্তে লই।
পৰম শ্ৰদ্ধায়ে মোক নিবেদিয়া দেই ॥৬৭৫
তাৰ ভক্তি দেখি মই সন্নিকট যাওঁ।
স্নেহে অনুগ্ৰহে আনন্দ কৰি খাওঁ ॥
আকো যদি নোৱাৰয় বোলে প্ৰিয়বাক।
অসমৰ্থ মই স্বামী কি দিবো তোমাক ॥৬৭৬
ফল পুষ্প একত্ৰকৰণ বৰ টান।
তাকো যদি নোৱাৰে উপায় কহো আন ॥
পুত্ৰ ভাৰ্য্যা গৃহ ক্ষেত্ৰ ধন জন যত।
আপোনাক আদি কৰি অপিব সমস্ত ॥৬৭৭
ইন্দ্ৰিয় ব্যাপাৰ যত শয়ন ভোজন।
মনক অৰ্পিব নিয়া মোহোৰ চৰণ ॥
অতীব সুলভ কহো আৰ তাত পৰ।
সৰ্ব্বথা কৰিয়ো মোৰ স্মৰণ নামৰ ॥৬৭৮
মোত বিনা আন দেৱ পূজে নিষ্ঠা ভাগে।
পশু পক্ষী সম্ভাৰ বিস্তৰ ধন লাগে ॥
যেন তুষ বাহানিলে চাউল নাহি তাৰ।
কৰ্ম্ম সাঙ্গে ফল নাহি দুখ মাত্ৰ সাৰ ॥৬৭৯

অভক্তে পূজয় মোক ব্ৰহ্মাণ্ড সহিতে।
তাৰ বস্তু গ্ৰহণ নকৰো কদাচিতে॥
ভক্তে জল মাত্ৰ দিয়া পূজে শুদ্ধচিত্ত।
তুষ্ট হৈয়া তাক ভুঞ্জো যেহেন অমৃত॥৬৮০
কোটি জনমৰ তাৰ পাপ পুণ্য যত।
ভক্তিৰ আৰম্ভে নষ্ট হোৱয় সাক্ষাত॥
পাৰ্থে বোলে স্তব্ধ হৈলো শুনি তুৱ বোধ।
বেদ শাস্ত্ৰ পুৰাণত হোৱয় বিৰোধ॥৬৮১
স্বৰূপত শুভাশুভ পূৰ্ব্বৰ সংস্কাৰ।
নুভুঞ্জিলে কোটি জন্মে ক্ষয় নাহি তাৰ।
ইটো বাক্য স্বৰূপত তোমাৰ মুখৰ।
দুয়ো বাক্য বিৰোধ ঘটায় পূৰ্ব্বাপৰ॥৬৮২
কৃষ্ণে বোলে মৰ্ম্ম পুছিলাহা মহামতি।
ৰহস্যৰো ৰহস্য গোপ্যৰো গোপ্য আতি॥
তথাপি ইহাৰ ভেদ কহিবো নিৰ্ণয়।
কিন্তু মোত পাৰে তত্ত্ব আনে নজানয়॥৬৮৩
যেবে সুখ দুখ লভে পূৰ্ব্বৰ সংস্কাৰ।
সেহি যে সংস্কাৰ হোৱে ত্ৰিবিধ প্ৰকাৰ॥
ত্ৰিবিধৰো নাম কহো যাৰ যেন মত।
আৰব্ধ প্ৰাৰব্ধ অনাৰব্ধ তিনি মত॥৬৮৪
যি জন্মৰ কৰ্ম্মে দেহ হৈয়াছে সাম্প্ৰত।
সি জন্ম উপৰে জন্ম হৈয়া আছে যত॥

অসংখ্য জন্মৰ শুভাশুভ সংস্কাৰ।
সেহি সংস্কাৰৰ আৰব্ধ নাম তাৰ ॥৬৮৫
সম্প্ৰতি দেহৰ পাচে হয় যত জন্ম।
তাৰ যত সংস্কাৰ শুভাশুভ ধৰ্ম্ম ॥
অনাৰব্ধ নাম তাৰ নিষ্টে জানিয়োক।
মধ্যৰ দেহৰ আবে কথা শুনিয়োক ॥৬৮৬
আগৰ পাচৰ যত সংস্কাৰ মানে।
সেহিসে সকলে নষ্ট হোৱে ভক্তিজ্ঞানে ॥
আগ পাচ এৰি মধ্যে জন্মগোট তাৰ।
সেহি দেহে থাকি হোৱে যতেক সংস্কাৰ ॥৬৮৭
তাৰ নাম প্ৰাৰব্ধ জানিবা ধনঞ্জয়।
তাক যে ভুঞ্জিলে ক্ষয় নাহি বুলি কয় ॥
কিন্তু এক বোল আছে তাহাৰ ভিতৰ।
মোত দৃঢ় বিশ্বাস হোৱয় যিজনৰ ॥৬৮৮
আৰব্ধ প্ৰাৰব্ধ অনাৰব্ধ সংস্কাৰে।
তিনিও প্ৰাৰব্ধ তাক চুইতে নাপাৰে ॥
ঈশ্বৰত কৃপা হোৱে দৃঢ় বিশ্বাসত।
কি বস্তু প্ৰাৰব্ধ কৃষ্ণ কৃপাৰ আগত ॥৬৮৯
দৃঢ় ভক্তি ভস্ম কৰে যতেক সংস্কাৰ।
প্ৰলয়ে নকৰে যেন আয়ুৰ বিচাৰ ॥
কাৰো শতবৰ্ষ কতো আজি উপজয়।
আয়ু নিজিজ্ঞাসি কালে কৰয় প্ৰলয় ॥৬৯০

ঈশ্বৰৰ দৃঢ় বিশ্বাসত সেহি নয়।
সঙ্কৰ্ষণ মুখাগ্নিয়ে জলকো দহয় ॥
শতবৰ্ষে যিবা মৰে তাৰো সেহি আয়ু।
মৰি উপজয় যিবা কোথা গৈল বায়ু ॥৬৯১
তাৰ শতবৰ্ষ আয়ু লাগে ভুঞ্জিবাক।
কেনে নিৰ্জ্জিজ্ঞাসি কালে নষ্ট কৰে তাক ॥
প্ৰলয়ৰ নাহি যেন আয়ুৰ নিয়ম।
কাল আৰো মোৰ ভক্তি দুয়ো এক সম ॥৬৯২
এহি খানি তত্ত্ব কহি মই দিলো সীমা।
কাল আৰো ভক্তি দুইৰো অদ্ভুত মহিমা ॥
অনাদি ঈশ্বৰ সৃষ্টি অনাদি প্ৰলয়।
কাল যেনমত ভৈল শুনিয়ো নিৰ্ণয় ॥৬৯৩
যি কালত সংহাৰিয়া ভৈলা একেশ্বৰ।
মহাজলে নিদ্ৰা পাচে গৈলন্ত ঈশ্বৰ ॥
কতোকালে নিদ্ৰা গুচি স্ৰজিবে ভৈলা মতি।
ঈশ্বৰত ব্যক্ত ভৈলা পুৰুষ প্ৰকৃতি ॥৬৯৪
প্ৰকৃতি পুৰুষক যে কটাক্ষ কৰয়।
সেহি কটাক্ষতে কাল ভৈলা ধনঞ্জয় ॥
প্ৰকৃতিৰ জ্যোতি ব্যক্ত হোৱে তিনিগুণ।
গুণময় সংসাৰত জানিবা অৰ্জ্জুন ॥৬৯৫
কাল যাক বোলে তাৰ কহিলোহো ক্ৰম।
নিৰ্গুণ ঈশ্বৰ কিন্তু সবাহাতে সম।

অৰ্জ্জুনে বোলন্ত শুনিয়োক হৃষীকেশ ।
সবাতো সমান তুমি নাহি ৰাগ দ্বেষ ॥৬৯৬
অভক্তে অমৃত দেই তাতো তুষ্ট নাই ।
ভক্তৰ সম্বন্ধে তুষ্ট পত্ৰ পুষ্প পাই ॥
কৃষ্ণে বোলে সবাতো সমান ৰূপ আমি ।
যাতো সবাহাৰে হৃদীশ্বৰ অন্তৰ্য্যামী ॥৬৯৭
যি জনে অগ্নিৰ আস চাপয় সান্নত ।
তাৰ শৰীৰৰ যেন দূৰ হৈৱে শীত ॥
দূৰে থাকি যিজনে অগ্নিক থাকে চাই ।
সিজনৰ শৰীৰৰ শীত নপলায় ॥৬৯৮
অগ্নিৰ বিষম যেন নাহি একোকালে ।
মোক সেহিমতে জানা পাৰে উপাসিলে ॥
অতৰ্ক মহিমা সখি মোহোৰ ভক্তৰ ।
যাৰ আগে মায়া ক্ষণিতেকো নাহি থিৰ ॥৬৯৯
বিধি নিষেধক এৰি অঘট ঘটাৱে ।
দুৰাচাৰ চণ্ডালেও ভক্তি গতি পাৱে ॥
অনেক কালৰ মহা পঞ্চম পাতকী ।
সিয়ো মোক ভজিয়া অল্পতে পাৱে গতি ॥৭০০
মোতে নিষ্ঠা বুদ্ধি কৰি নজানয় আন ।
সেহিসে পৰম সাধু পণ্ডিত প্ৰধান ॥
অতি দুৰাচাৰ পাপী জাতিত অধম ।
মোৰ ভক্তি থাকি সিয়ো হোৱে পূজ্যতম ॥৭০১

যিজনে মোহোত পুনু নকৰে ভকতি।
হৃদিত থাকিয়া তাৰ দূৰ হওঁ আতি।
কলিত ভকতি তাৰ কণ দেয় ধন।
কালৰ প্ৰভাৱে তাৰ বাঢ়ি যায় মন॥ ১০২
ধন ধান পুত্ৰ ভাৰ্য্যা বস্তুতৰ হয়।
মোৰ কটাক্ষতে একেক্ষণে হোৱে লয়॥
কলিও মোহোৰ দাস জানা কুন্তীসুত।
মোৰ ভক্তি বিনা নাহি তৰে কদাচিত॥ ১০৩
নকৰি বিশ্বাস মোত নানা দেৱ পূজে।
গঙ্গাক এৰিয়া যেন কূপোদকে মজে॥
দানী মানী হৈয়া নিষ্ঠা সৎকুলে প্ৰসুত।
বেদজ্ঞ পণ্ডিত শ্ৰী যে ঐশ্বৰ্য্য যুগুত॥ ১০৪
এহি মদগৰ্ব্বে থাকি কৰে অহঙ্কাৰ।
মোহোক নপাৱে সিয়ো ময়ো নোহো তাৰ॥
নানা কুতৰ্ক পঢ়ি বুদ্ধি কৰে হত।
ঈশ্বৰ বিমুখে সিটো দেখে নানা পথ॥ ১০৫
সবে দেৱ পূজয় কাহাতো আস্থা নাই।
যেন ধন হৰুৱাই খোজে ঠাই ঠাই॥
যদিবা শব্দাৰ্থ লৈয়া শাস্ত্ৰদ্বাৰে জানে।
এৰিয়া নিবৃত্তি পথ প্ৰবৃত্তি বখানে॥ ১০৬
দেখিয়োক আন দেৱ পূজিবাৰ বোধ।
শীঘ্ৰে তুষ্ট হোৱয় অল্পতে হোৱে ক্ৰোধ॥

বৃকাসুৰ শাম্ভে পূৰ্ব্বে পূজিলা শঙ্কৰ।
তুষ্ট হুয়া শঙ্কৰে দিলন্ত ইষ্ট বৰ ॥৭০৭
বৃকে বৰ পাইলা যাৰ শিৰে দিবে হাত।
তেখনে মাত্ৰকে ভস্ম হৈবেক সাক্ষাত ॥
শাল্বক দিলন্ত বৰ মায়াবী ত্ৰিপুৰ।
লীলায়ে জিনিয়া দেৱ গৈলা স্বৰ্গপুৰ ॥৭০৮
শঙ্কৰ সেৱায়ে কিছু নসাধিলা আন।
বৰে থাকি তুহানো অল্পতে গৈলা প্ৰাণ ॥
কিন্তু এহিখানি তত্ত্ব জানিবাহা ভালে।
মোহোৰ ভক্তিৰ নষ্ট নাহি একোকালে ॥৭০৯
ভক্তিৰ আৰম্ভ যিটো কৰয় মাতৰ।
তথাপিতো সিয়ো নৰ ভৈলা মোক্ষপৰ ॥
এহি জন্মে গতি নুহি বহু জন্মে তাৰ।
মোত পৰে তভো তাৰ নাহি অধিকাৰ ॥৭১০
ভক্তি তাৰতম্যে বৈৰাগ্য বাঢ়ে আতি।
দেখিয়ো খট্বাঙ্গে দুই দণ্ডে পাইল গতি ॥
স্বভাৱতে নাৰী আৰো বেশ্যা গোপবালা।
কেৱল ভক্তিত গতি পাইলেক পিঙ্গলা ॥৭১১
অতি দুৰাচাৰ গুহ নিন্দিত চণ্ডাল।
জাতিত অধম তভো ভজি গতি পাইল ॥
পাপযোনি বুলিয়া যে ধৰ্ম্ম তুলাধাৰ।
গৃহতে থাকিয়া তভো তৰিলা সংসাৰ ॥৭১২

বলি বৃষপর্ব্বা প্রহ্লাদ বিভীষণ ।
পাবিষদ ভৈলা মোৰ সেৱিয়া চৰণ ॥
ঋক্ষ কপি পক্ষী মোৰ ভকত প্ৰধান ।
জটায়ু সুগ্রীৱ জাম্বৱন্ত হনুমান ॥৭১৩
কৃষ্ণে বোলে এহিখানি কহিলো তোমাক ।
কুতর্ক কর্কশবাদী নমানিবে আক ॥
হৰিৰ দুর্ল্লভ যেন নযায়ে প্ৰতীত ।
সেহিমত দেখে তাৰা মহিমা ভক্তিত ॥৭১৪
সেহিখানে কুতর্কীসকলে সভা কৰে ।
অহঙ্কাৰে মিছা দুখে বাদ কৰি মৰে ॥
হেন জানি সখি তুমি মোৰ বাক্য লোৱা ।
তাসম্বাৰ সমাজক শীঘ্রে চলি যোৱা ॥৭১৫
পটহ কাহাল বাদ্য দুন্দুভী শবদে ।
তোমাক দেখিয়া গর্ব্ব নষ্ট হৈব মনে ॥
দেখিবা মাত্রকে দিব বিশিষ্ট আসন ।
মহাসুখে বসিয়া নিশঙ্ক কৰি মন ॥৭১৬
ঊর্দ্ধবাহু কৰি বাক্য বুলিবা উৎসৱে ।
হৰি ভজি চণ্ডাল পর্য্যন্ত গতি পাৱে ॥
নভজিল হৰি যিটো দেৱ দ্বিজবৰ ।
তাতো কৰি চণ্ডালে ভজিলে গুৰুতৰ ॥৭১৭
তুমি সাধু তেসম্বো তোমাৰ সঙ্গ পাইল ।
ধ্বত মনমল দূৰ হৈবেক সকল ॥

মন শুদ্ধ ভৈলে নষ্ট হয় কায় ক্লেশ।
তোমাক মানিব গুরু লৈব উপদেশ ॥৭১৮
হরিভক্তি কল্পতরু দৃঢ় করি জানা।
তার রস পাইলে এরিবেক কোনজনা ॥
যাগ যোগ যজ্ঞ দান তীর্থ সাংখ্যজ্ঞানী।
সবারো মুকুট ইটো ভক্তি শিরোমণি ॥৭১৯
নারী শূদ্র নিষ্টে হুয়ো পাপযোনি সার।
পূজা মন্ত্র বেদ পাঠে নাহি অধিকার ॥
যদি বোলা সুপূজিলে ভজে কেনে তারে।
কেবল বিশ্বাসে মোক ভজি গতি পারে ॥৭২০
তুহি আর পারে মোক শ্রবণ কীর্ত্তন।
কেনে চিত্র গতি পারে ক্ষত্রিয় ব্রাহ্মণ ॥
ব্রাহ্মণেসে জানিবাহা মুখ্য অধিকার।
সাক্ষাতে প্রবেশি আছে মুকুতির দ্বার ॥৭২১
ব্রাহ্মণর জন্মগোট ঈশ্বরর তনু।
যার হস্তে প্রবেশি নিবৃত্তি আসে পুনু ॥
অনেক আরাধি তেরে দ্বিজ জন্ম পায়।
যেন গঙ্গা থাকিবাতো ক্ষার পানী খায় ॥৭২২
দুর্ল্লভ মনুষ্য জন্ম ই তিনি লোকত।
আর জন্ম হৌক মোর ভারতবর্ষত ॥
দেহাগোট নৌকা ভব তরণর সার।
উপদেশ গুরু ভৈলা ইহার কাণ্ডার ॥৭২৩

বায়ুরূপে সহায় হোৱন্ত নাৰায়ণ।
চপাৱন্ত তাত যৈত ইচ্ছা তাৰ মন॥
এতেক উপায়ে নবে পাইছে সাক্ষাত।
নভজি ঈশ্বৰ নৰে কৰে আত্মঘাত॥১২৪
অনিত্য সংসাৰ জল বুদবুদ প্ৰায়।
আপুনি আছন্ত পিতা পুত্ৰ মৰি যায়॥
নেদেখয় তভো আপোনাৰ মৃত্যু নৰে।
যেন ছাগ কাটন্তেয়ো লপ লপ কৰে॥১২৫
দুখ সংসাৰত পৰি পৰে নৰকত।
জীৱন্তেও সুখ ভৱে নাহি অণুমাত্ৰ॥
ধনৰ চেষ্টাক সিটো কৰে ৰাত্ৰি দিনে।
ধনে সুখ নেদেখয় মাত্ৰ দুখ দিনে॥১২৬
শুনিয়োক ধনে দুখ দেয় যেনমত।
অল্প জন্মে আস্থয়াক কৰয় পাছত॥
সামান্য কৰয় হিংসা বন্ধ বাদ কৰি।
ৰজা ধন দেখি ছলে লয়ে বল কৰি॥১২৭
আৰ্জ্জিবাতো দুখ থাকিলেও মোহ পায়।
সেহি ধন নষ্টে যে তাপৰ অন্ত নাই॥
ধনগৰ্ব্বে তৃণ হেন মানে জগতক।
ঐশ্বৰ্য্য মদত থাকি নজানয় মোক॥১২৮
অনিত্য সংসাৰ দুখময় যত লোক।
হেন জানি সখি সদা ভজিয়োক মোক॥

যিমন্তে ভজিবা কহো শুনিয়ো অৰ্জ্জুন ।
দৃঢ়বুদ্ধি কৰি মোত নিবেদিয়ো মন ॥১২৯
মোক ভক্তি কৰি পূজা কৰা নমস্কাৰ ।
মোৰ জন্ম কৰ্ম্ম গুণ কৰি বাৰম্বাৰ ॥
শ্ৰদ্ধায়ে কৰিবা মোৰ নামক স্মৰণ ।
সৰ্ব্বদায়ে কৰা মোৰ নামৰ কীৰ্ত্তন ॥১৩০
মোৰ কথা শুনিয়া হুইয়া আনন্দিত ।
আপুনি হৈবেক অশ্ৰুপাতে ৰোমাঞ্চিত ॥
মোহোৰ নিৰ্ম্মাল্য পিন্ধি নৈবেদ্যক খাইব ।
তেবে অনায়াসে মোৰ স্বৰূপক পাইব ॥১৩১
আপোনাৰ স্বধৰ্ম্মৰ নিত্য নৈমিত্তিকী ।
কৰে পৰিত্যাগ মোৰ ভজনত থাকি ॥
বিধি নিষেধৰ দোষে তভো নপাৰয় ।
স্বৰূপ কৰিয়া আক জানা ধনঞ্জয় ॥১৩২
হেন জানি কৃষ্ণপদে মন বন্দী কৰা ।
গৃহে থাকি অপ্ৰয়াহে সংসাৰক তৰা ॥
ভক্তি জ্ঞান ভৈলে জানা সংসাৰক মোহে ।
একান্ত ভজনে মোক পাৱয় অৱশ্যে ॥১৩৩
ইটো কৃষ্ণকথা শুনিয়োক সৰ্ব্বজন ।
জানিবাহা কায় বাক্য নাম মহাধন ॥
কহয় গোবিন্দ মিশ্ৰ কৃষ্ণৰ কিঙ্কৰ ।
ৰাম কৃষ্ণ বুলি ঘোৰ সংসাৰ তৰ ॥১৩৪

( নৱম অধ্যায় সমাপ্ত )

# দশম অধ্যায়

## বিভুতি যোগ

### পদ

দেৱসমে আলোচ কৰিয়া ঋষিগণ।
হৰি হৰ বি ৰিঞ্চি আৰাধ্য কোনজন॥
ভৃগুক পঠাইলা তিনি জন পৰীক্ষিতে।
মাৰিলন্ত লাথি ভৃগু কৃষ্ণৰ হৃদিতে॥১৩৫
ঋষিক পূজিলা ভভো প্ৰিয়বাক্য বুলি।
হৃদিত ধৰিলা ব্ৰাহ্মণৰ পদধূলি॥
সেহি পদধূলি ভৈলা শ্ৰীবৎসৰ পান্তি।
কৃষ্ণেসে ব্ৰাহ্মণ্যদেৱ দেখাইলা ভকতি॥১৩৬
হেনয় কৃষ্ণৰ পদে নছাৰোক মতি।
দশম অধ্যাত কৈবো ঈশ্বৰ বিভূতি॥
কৃষ্ণে বোলে চিন্তনৰ কহিবো উপায়।
প্ৰথম অভ্যাসে ব্ৰহ্ম চিন্তন নযায়॥১৩৭
তোমাৰ হিতৰ অৰ্থে কওঁ পুনৰ্ব্বাৰ।
বিভূতি পৰম তত্ত্ব জ্ঞান অতিসাৰ॥
সগুণে চিন্তিবে আগে যোগীগণে কহে।
পাচে নিৰ্গুণত মন আপুনিসে ৰহে॥১৩৮

বিভূতিক পূজা কৰিবেক প্ৰথমত।
তাতে ভক্তি বাঢ়ি বুদ্ধি হৈব ঈশ্বৰত॥
যেন শিশু প্ৰথমে সন্তৰে অল্প জলে।
সমুদ্ৰকো তৰৈ পাচে অভ্যাসৰ বলে॥৭৩৯
সংক্ষেপে কহিলো তিনি অধ্যাৰ ভিতৰ।
দশমত বিভূতি কহিবো ঈশ্বৰৰ॥
মোহোৰ বিভূতি পুন্ন আছে যত যত।
কতবা কহিবো তাৰ নাহি আদি অন্ত॥৭৪০
তথাপিতো মুখ্য মুখ্য কহিবো তোমাৰ।
যিমন্তে সকলো মই জানিবা সাক্ষাত॥
মোক নজানয় মহা দেৱ ঋষি যত।
অনাদি অব্যক্ত অজ নাহি আদি অন্ত॥৭৪১
মইসে নিয়ন্তা স্বামী লোক মহেশ্বৰ।
মোক সদা এৰি বুদ্ধি জানে যিটো নৰ॥
তাৰ কিছু নথাকয় জানিবাক আৰ।
শুচিব সকল পাপ সংশয় মনৰ॥৭৪২
মহেশ্বৰ বুলিবাৰ এহিখানি হেতু।
সাধ্য সাধনত মোত পৰে নাহি যাতু॥
শম দম সুখ দুখ ক্ষমা সত্য ব্ৰত।
জন্ম মৃত্যু সম্মোহ কহয় যত যত॥৭৪৩
অহিংসা সমতা তুষ্টি তপ জপ জ্ঞান।
যশাযশ দান মোত পৰে নাহি আন॥

বুদ্ধি মন চিত্ত আরো ভয় যে অভয় ।
আবে নিজ অর্থ কহো শুনা ধনঞ্জয় ॥ ৭৪৪
তাক বুলি বুদ্ধি সাব অসাব জানয় ।
তাক জ্ঞান বুলি হয় আত্মা পবিচয় ॥
বিনা দোষে পবে তাক বোলে খর্ব্ব বাক ।
দণ্ডিতে প্যারিয়ো সহে ক্ষমা বুলি তাক ॥ ৭৪৫
ব্যাকুল ভারক লোকে সম্মোহ কহয় ।
সত্য বুলি তাক মাত্র স্বরূপ কহয় ॥
ইন্দ্রিয় সংযম কৈলে তাব নাম দম ।
তাকে শম বোলে কবে ইন্দ্রিয় নিয়ম ॥ ৭৪৬
তাক বুলি দুখ মন নানা কর্ম্মে গৈলে ।
সুখ নাম তাব হয় মন স্বস্থ ভৈলে ॥
তাব নাম ভয় যাক উৎপত্তি বোলয় ।
অভয় বোলয় তাক বিগোটা প্রলয় ॥ ৭৪৭
ত্রাসকে বোলয় ভয় কহে সর্ব্বজন ।
তাক বুলি নির্ভয় সঙ্কোচ নাহি মন ॥
তাক বুলি হিংসা যদি পব পীড়া কবে ।
তাক যম বুলি যদি বাগ দ্বেষ এবে ॥ ৭৪৮
পাইলে নাহি আনন্দ নপাইলে নাহি কষ্ট ।
দৈৱে লব্ধে সন্তোষ তাহাব নাম তুষ্ট ॥
ন্যায় উপার্জিত ধন দিব সুপাত্রক ।
তাক দান বুলিয়া কহয় সর্ব্বলোক ॥ ৭৪৯

সেহি গোট যশ যদি লোকে ভাল বোলে।
দুৰ্যশ তাহাৰ নাম মন্দ কৰ্ম্ম কৈলে॥
যতেক কহিলো মানে সবে মোৰ ভাৱ।
মোত বিনে আন নাহি জানিবা পাণ্ডৱ॥১৫০
মোৰ নাভি কমলত ব্ৰহ্ম জন্ম হৈলা।
ব্ৰহ্মা হন্তে সপ্তঋষি মই উপজিলা॥
ব্ৰহ্মাৰ ভ্ৰূমধ্য হন্তে হৈলা সন্ধ্যাবেলা।
ঘোৰ ভয়ঙ্কৰ ৰূপে কাল উপজিলা॥১৫১
কন্যা এক উপজিলা কটাক্ষৰ মাজে।
যাত ব্ৰহ্মা মোহ গৈলা বৰ পাইলা লাজে॥
মুখ হন্তে বাজ ভৈলা সপ্তঋষি পুত্ৰ।
বাহু হন্তে উপজিলা স্বায়ম্ভুৱ মনু॥১৫২
হৃদয়ত শতৰূপা কন্যা উপজিলা।
আন্ত মনু স্বায়ম্ভুৱে তাক বিহা দিলা॥
দক্ষ আদি কৰিয়া সতেক প্ৰজাপতি।
ব্ৰহ্মাণ্ডস্থ দ্বাৰে জানা মোহোৰ বিভূতি॥১৫৩
এহিমতে যিটো মোৰ বিভূতিক জানে।
মোৰ কৃপা লভে মোক পাৱে সেহি জ্ঞানে॥
মই সৃজো পালো সংহাৰোহো যত লোক।
আক জানি সাধু লোকে ভজে মাত্ৰ মোক॥১৫৪
মোতেসে অৰ্পিয়া প্ৰাণ মন বুদ্ধিচিত্ত।
মোহোৰ কথাক শুনি হোৱে আনন্দিত॥

মোৰ জন্ম কৰ্ম্ম কথা কৰয় কথন।
অন্যো অন্যে কৰে প্ৰেমে ঊ হ কীৰ্ত্তন॥৭৫৫
কতো কহে কতো শুনে বুজে পৰস্পাৰে।
মোৰ যশ গুণ গাই তাতো ক্ৰিয়া কৰে॥
এহিমতে ভক্তি জ্ঞান কৰয় প্ৰকাশ।
মোৰ দিয়া হোৱয় অবিদ্যা কৰে নাশ॥৭৫৬
বুদ্ধিক নিয়মি তাৰ থিৰ কৰে মন।
অনন্য শৰণ হৈয়া নছাৰে চৰণ॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক জগন্নাথ।
দণ্ডৱতে পিৰি প্ৰণামো দোৱাই মাথ॥৭৫৭
অনাদি ঈশ্বৰ পূৰ্ণব্ৰহ্ম অন্তৰ্য্যামী।
ঋষিগণ মুখে পূৰ্ব্বে শুনিয়াছো আমি॥
অসিত দেৱল ব্যাস নাৰদৰ মুখে।
তোমাক ঈশ্বৰ বুলি কহয় উৎসুকে॥৭৫৮
সম্প্ৰতি তোমাৰ মুখে শুনিলো এক্ষণ।
যত ভ্ৰম দূৰ গৈল গুচিল অজ্ঞান॥
তোমাৰ বাক্যৰ কোনে বুজিবেক ভাব।
সুৰ নৰ সিদ্ধ মুনি নুবুজে দানৱ॥৭৫৯
অসংখ্যাত বিভূতি নাহি পৰিমাণ।
কোনৰূপে চিন্তিবোহো নজানো সন্ধান॥
পুনৰপি কহিয়োক দেৱ ভগৱান।
তব কথা অমৃত আনন্দে কৰো পান॥৭৬০

যদি বোলা অনেক কহিলো যদুৰায়।
যতেক শুনোহো আৰে তৃষ্ণা বাঢ়ি যায়॥
কৃষ্ণে বোলে মোহোৰ কথাত ৰতি যাৰ।
আন বস্তু কিবা দিবো আপুনি তাহাৰ॥৭৬১
তুমিসে পৰম প্ৰিয় সখি মোৰ প্ৰাণ।
কহো মুখ্য বিভূতিক হুয়ো সাৱধান॥
সকল প্ৰাণীক মই আত্ম অন্তৰ্য্যামী।
শুভাশুভ ফলদাতা সাক্ষীৰূপ স্বামী॥৭৬২
যিটো মই স্ৰজো পালো কৰোহো প্ৰলয়।
ইটো মোৰ বিভূতি জানিবা ধনঞ্জয়॥
দ্বাদশ আদিত্য মধ্যে জানিবা অৰ্জ্জুন।
বিষ্ণুৰূপে মই থাকো বোলয় বামন॥৭৬৩
সূৰ্য্যৰূপে মই জ্যোতিমন্ত আছে যত।
মৰীচি মোহোৰ ৰূপ বায়ুৰ মধ্যত॥
যতেক নক্ষত্ৰগণ আছে আকাশৰ।
তাৰ মধ্যে মোৰ ৰূপ জানা শশধৰ॥৭৬৪
চাৰিয়ো বেদৰ মধ্যে যাক বোলে সাম।
দেৱৰ মধ্যত মই ইন্দ্ৰ যাৰ নাম॥
ইন্দ্ৰিয়ৰ মধ্যে মই যাক বোলে মন।
প্ৰাণীৰ জ্ঞানৰ শক্তি যিগোট চেতন॥৭৬৫
দ্বাদশ ৰুদ্ৰৰ মধ্যে মইসে শঙ্কৰ।
যক্ষ ৰাক্ষসৰ মধ্যে মই ধনেশ্বৰ॥

পাৱক নামৰ বহ্নি মই অগ্নিৰ মধ্যত।
মোক মেৰুগিৰি বুলি জানা স্বৰূপত॥১৬৬
পুৰোহিত মধ্যে মই হওঁ বৃহস্পতি।
দেৱৰক্ষাকাৰী মই স্কন্দ সেনাপতি॥
ঋষিৰ মধ্যত মই ভৃগু মুনিবৰ।
সৰোৱৰ মধ্যে মই জানিবা সাগৰ॥১৬৭
যত বেদ মানে মোৰ মুখে ভৈলা জাত।
যিগোট প্ৰণৱ তাৰ মইসে সাক্ষাত॥
মই যোগৰূপ যত যজ্ঞৰ মধ্যত।
স্থাবৰৰ মধ্যে মই মন্দৰ পৰ্ব্বত॥১৬৮
সংসাৰ মধ্যত বৃক্ষৰূপে আছে যত।
অশ্বত্থ মোহোৰ ৰূপ তৰুৰ মধ্যত॥
দেৱঋষি মধ্যে মোক জানিবা নাৰদ।
গন্ধৰ্ব্বৰ মধ্যে মোক জানা চিত্ৰৰথ॥১৬৯
যত সিদ্ধগণ আছে মধ্যত তাহাৰ।
সিদ্ধৰূপে কপিল মোহোৰ অৱতাৰ॥
অমৃত মথন্তে যিটো ভৈলেক উদ্ভৱ।
মোকেসে জানিবা অশ্বৰূপে উচ্চৈশ্ৰৱ॥১৭০
হস্তীমধ্যে ঐৰাৱত মোহোৰ বিভূতি।
মনুষ্যৰ মধ্যে মই জানিবা নৃপতি॥
যতেক অস্ত্ৰৰ মধ্যে মই বজ্ৰ পুনু।
গাভীৰ মধ্যত মই জানা কামধেনু॥১৭১

অনিষিদ্ধ ঋতুকালে আপোন ভাৰ্য্যাত।
পুত্ৰ হেতু সঙ্গমত কৰে বিন্দুপাত॥
সেহি বন্দু মোহোৰ বিভূতি জানা সখি।
সৰ্পৰ মধ্যত মই জানিবা বাসুকি॥৭৭২
তাক সৰ্প বোলে এক শিৰ পেটে চলে।
যাহাৰ বিস্তৰ শিৰ তাক নাগ বোলে॥
নাগৰ মধ্যে মই অনন্ত বিজ্ঞন।
যাৰ ভোগে শয্যা মই কৰোহো শয়ন॥৭৭৩
জলৰ মধ্যত মোক জানিবা বৰুণ।
পিতৃগণ মধ্যত অৰ্য্যমা মই পুন॥
দণ্ড পল কৰি মই কৰোহো নিয়ম।
তাহাৰ মধ্যত মই যাক বোলে যম॥৭৭৪
সংসাৰত পৰম বৈষ্ণৱ আছে যত।
প্ৰহ্লাদ মোহোৰ ৰূপ দানৱ কুলত॥
দণ্ড পল কৰি ৰাত্ৰি দিন ক্ষয় কৰে।
লোকৰ আয়ুস হৰো কাল নাম মোৰে॥৭৭৫
সিংহৰূপ মই যত আছে মৃগগণ।
ৰত্নমধ্যে মই যাক বোলয় কাঞ্চন॥
বেগৰ মধ্যত মই বায়ুবেগ যিটো।
মইসে গৰুড় পক্ষী বিনতাৰ সুত॥৭৭৬
যত মৎস্য আছে মানে জলৰ ভিতৰ।
তাৰ মধ্যে মোৰ ৰূপ জানিবা মগৰ॥

সংসাৰত নদ নদী যতেক আছয়।
মই তৰ ব্ৰহ্মগঙ্গা জানিবা নিশ্চয় ॥১৭৭
ব্ৰহ্ম-অংশ তিনিভাগ মায়াত কহয়।
বেদ-ব্ৰহ্ম দাৰু-ব্ৰহ্ম ৰুদ্ৰ-ব্ৰহ্মময় ॥
সৃষ্টি প্ৰলয়ৰ মধ্যে যিগোট কাৰণ।
মই বিষ্ণুৰূপ হুয়া কৰোহো পালন ॥১৭৮
ব্ৰহ্মৰূপে স্ৰজো ৰুদ্ৰে কৰোহো সংসাৰ।
অভিন্নে জানিবা তিনি এক অৱতাৰ ॥
অক্ষৰ মধ্যত মই বিগোট আকাৰ।
বৰ্ণমালা মধ্যে সিয়ো বিভূতি আমাৰ ॥১৭৯
শাস্ত্ৰ মধ্যে সমাজ আছয় নানা ছন্দ।
মইসে তাহাৰ মধ্যে যাক বোলে দ্বন্দ্ব ॥
মইসে অক্ষয় কাল জানা ধনঞ্জয়।
প্ৰবাহে বাঢ়য় তিলমাত্ৰো নাহি ক্ষয় ॥১৮০
বিশ্বমুখ বুলি যাক জানিবা বিধাতা।
মোহোৰ বিভূতি শুভাশুভ ফলদাতা ॥
উৎপত্তি প্ৰলয় জানা হুয়ো মোৰ ৰূপ।
কীৰ্ত্তি আদি সপ্ত নাৰী মোহোৰ স্বৰূপ ॥১৮১
ছন্দগণ মধ্যে মই বিগোটা গায়ত্ৰী।
মোক্ষৰ সাধন ৰূপ মোহোৰ বিভূতি ॥
মইসে বসন্ত ঋতু জানিবা অৰ্জ্জুন।
মাসৰ মধ্যত মই জানা অগ্ৰহায়ণ ॥১৮২

জুৱা পাশা অন্যো অন্যে খেলে যত লোক।
বঞ্চনা ছলনা খানি জানিবাহা মোক॥
তেজস্বীৰ মধ্যত প্ৰগলভ আছে যত।
মইসে প্ৰগলভ্য সখি জানিবা সাক্ষাত॥৭৮৩
বলী মধ্যে বলৱন্ত হয় যিটো জন।
মোহোৰ বিভূতি সিয়ো জানিবা অৰ্জ্জুন॥
যত অস্ত্ৰ শস্ত্ৰধাৰী আছে অনুপাম।
তাহাৰ মধ্যত মই ৰঘুপতি ৰাম॥৭৮৪
অধ্যাত্ম বিদ্যাৰ মধ্যে আত্মবিদ্যা যেই।
বাক্যৰ মধ্যত জানা বাদগোটা মই॥
বাদ জল্প বিতণ্ডা যে ত্ৰিবিধ প্ৰকাৰ।
ভিন্নে ভিন্নে অৰ্থ কহো শুনিয়োক তাৰ॥৭৮৫
অন্যো অন্যে শাস্ত্ৰ তত্ত্ব কৰয় বিচাৰ।
পৰপক্ষ খণ্ডি পক্ষ ৰাখে আপোনাৰ॥
আত্মমত শ্ৰেষ্ঠ পৰমত কৰে অল্প।
নিশ্চয়ে জানিবা সখি তাৰ নাম জল্প॥৭৮৬
আত্মপক্ষ ৰাখিবাক নপাৰয় নৰ।
পৰপক্ষ সৰ্ব্বথায়ে দোষয় মাত্তৰ॥
দূষিব মাত্ৰকে আপোনাক প্ৰশংসয়।
সেহি পক্ষগোটাক বিতণ্ডা বুলি কয়॥৭৮৭
পৰমত আত্মমত শ্ৰেষ্ঠ বা অশ্ৰেষ্ঠ।
দুয়ো পক্ষ দোষ খণ্ডি নিৰূপয় তত্ত্ব॥

নিষ্ঠাবোধ কৰি অৰ্থ যিখানি বহয়।
সেহি বাদখানি মই জানিবা নিশ্চয়॥১৭৮
পৰাজয় মধ্যে আছো জয় ৰূপ হুই।
ব্যৱসায় মধ্যত উদ্যোগ গোট মই॥
সত্তাৱন্ত মধ্যে যিটো প্ৰাণী সত্যযুগ।
সত্ত্বখানি মোৰ ৰূপ জানা কুন্তীসুত॥১৮৯
বৃষ্ণি বংশে বাসুদেৱ মোহোক বোলয়।
পাণ্ডৱত মোৰ অংশ তুমি ধনঞ্জয়॥
তুমি নাজানাহা মই জানোহো সকলে।
এতেকে দুইকো নৰ-নাৰায়ণ বোলে॥১৯০
মুনিৰ মধ্যত মই ব্যাস গ্ৰন্থকাৰ।
কবিৰ মধ্যত মই শুক্ৰ নাম যাৰ॥
বিষয়ক এৰি মন থাকে তেতিক্ষণ।
সেহিগোট মোৰ ৰূপ জানিবা অৰ্জ্জুন॥১৯১
বিষয়ক জিনিবাক মন আছে যাৰ।
শম দণ্ড ভেদ তাৰ ত্ৰিবিধ প্ৰকাৰ॥
ভেদ দণ্ড এৰিয়া যিগোট শম নীতি।
জানিবাহা সখি সিয়ো মোহোৰ বিভূতি॥১৯২
গোপ্যৰ মধ্যত গোপ্য ভাৱগোট মই।
যেই গোপ্য ভাৱগোট মোচন নযায়॥
শাস্ত্ৰজ্ঞান আদি কৰি যত আছে জ্ঞান।
তাহাৰ মধ্যত মই যিটো তত্ত্বজ্ঞান॥১৯৩

চৰাচৰ আদি কৰি যতেক সংসাৰ।
মইসে কাৰণ বীজ অঙ্কুৰ সবাৰ॥
মোৰ দিব্য বিভূতিৰ কোনে অন্ত পায়।
অবিৰোধি শ্ৰীক দেখা যিঠাই সিঠাই॥১৯৪
ঐশ্বৰ্য্য বিভূতি শ্ৰীয়ে গুণে অতিৰেক।
সিয়ো বিভূতিসে মোৰ জানিবা প্ৰত্যেক।
পৃথিৱীৰ বালুকা নক্ষত্ৰ আকাশৰ।
দৈৱ কৃপাবশে যদি লেখে নিৰন্তৰ॥১৯৫
বহু জন্মে জাতিস্মৰ লভিবে সমস্ত।
তভো জন্ম কৰ্ম্ম মোৰ নপাৱয় অন্ত॥
অনন্ত সহস্ৰ ফণা মুখ অপৰ্য্যন্ত।
মোৰ জন্ম কৰ্ম্ম গুণ সাক্ষাতে কহন্ত॥১৯৬
পূৰ্ব্বত কহিলো আৰ কহিবোহো পাচে।
যদ্যপি শাস্ত্ৰত কহিবাক লাগি আছে॥
তথাপিতো জন্ম কৰ্ম্ম আছে যত যত।
চিৰকাল কহি তভো নপাৱয় অন্ত॥১৯৭
এহি খানি সখি তুমি নিশ্চে কৰি জানা।
ভিন্ন কৰি যত বস্তু নাহি মোত বিনা॥
প্ৰত্যেকে প্ৰত্যেকে আৰ কহিবোহো কত।
মইসে ব্যাপিয়া আছো সমস্তে জগত॥১৯৮
পাৰ্থে বোলে এহিসে সমস্তে হোৱা হৰি।
আগে কেনমতে কহিলোহো ভিন্ন কৰি॥

অজ্ঞানী প্ৰথমে সবে নপাৰে লৈবাক।
সিকাৰণে মুখ্য মুখ্য কহিলো তোমাক ॥৭৯৯
মোহোৰ পূজাত আগে ভক্তি কৰা টান।
ভক্তি দৃঢ়ে জগতক দেখয় সমান ॥
সম ভাৱ ভৈল পাছে শুদ্ধ হোৱে চিত্ত।
বাসুদেৱ বুদ্ধি হৈবে সমস্ত প্ৰাণীত ॥৮০০
মনে নছাৰোক সদা ঈশ্বৰ চৰণ।
অন্তৰঙ্গ ভক্তি আক বোলে সৰ্ব্বজন ॥
শুদ্ধ সত্ত্ব ভৈলেসে হৰিক লাগ পায়।
নিষ্টৈ কৰি তোমাক কলো কুৰুৰায় ॥৮০১
এক নাম উচ্চাৰিলে পাপ হোৱে ক্ষয়।
যত পুণ্য আছয় গৰ্ভতে বাস লয় ॥
আৰোবাৰ উচ্চাৰিলে সৰ্ব্বপাপ ক্ষয়।
তিনিবাৰ উচ্চাৰিলে বৈকুণ্ঠক যায় ॥৮০২
কহয় গোবিন্দ মিশ্ৰে কৃষ্ণপদে পৰি।
ৰাম ৰাম বুলিয়া বৈকুণ্ঠে যায় তৰি ॥৮০৩

( দশম অধ্যায় সমাপ্ত )

---

# একাদশ অধ্যায়

## বিশ্বৰূপ দৰ্শনযোগ

### ছবি

গজেন্দ্ৰ নামিল জলে গ্ৰাহেও ধৰিলা বলে
এৰাইতে নপাৰি ভৈলা শান্ত।
সবে হস্তী বল দিল এৰাইবাক নাপাৰিল
জলতে মগন ভৈলা মাত্ৰ ॥
পূৰ্ব্বৰ ভক্তিৰ বলে তোমাক স্মৰিলা মনে
পদ্মগোট শুণ্ডে ধৰি তুলি।
মৃত্যুভয়ে মগ্ন ভৈল চৰণে শৰণ লৈল
ত্ৰাহি ত্ৰাহি নাৰায়ণ বুলি ॥৮০৪
কৃপাময় দেৱহৰি গৰুড় স্কন্ধত চৰি
শীঘ্ৰে আসিলন্ত চক্ৰপাণি।
ভক্ত দুখ দেখি স্বামী গৰুড়-স্কন্ধৰ নামি
গ্ৰাহকো কাটিলা চক্ৰ হানি ॥
হে কৃপাময় কৃষ্ণ স্বামী প্ৰিয় গুৰু ইষ্ট
চৰণে শৰণ মাত্ৰ লৈলো।
গীতা গূঢ় অৰ্থচয় পণ্ডিতো সংকোচ হয়
মই মূৰ্খে পদ আৰম্ভিলো ॥৮০৫

মুখে কৃষ্ণ সদা সেৱে        সেৱি কৃপালেশ পাৱে
সিন্ধুকো গোখোজ কৰি তৰে।
দেখিয়া অৱলা কুজী        চন্দন পিন্ধিলা খুজি
তাইকো গতি দিলা দামোদৰে॥
যেহেন কোকিল পক্ষী        আতি যে কুৎসিত দেখি
বাক্যখানি শুনিতে সুন্দৰ।
যদি শাস্ত্ৰ নজানয়        কৃষ্ণক উদ্দেশি কয়
তভো হোৱৈ সংসাৰৰ পাৰ॥৮০৬
ৰাম-নামাক্ষৰ দুই        পাপৰ ভাণ্ডাৰে জুই
দশোদিশ বেঢ়ি পোৰে তাৰ।
যিবা ৰহে শেষ ভাগ        কৃষ্ণ নামে পায়া লাগ
পাপৰ প্ৰলয় কৰে সাৰ॥
হেন জানি সবে এৰা        ৰামনাম মুখে স্মৰা
ৰামনাম সাঞ্চি গাণ্ঠি পৰা।
সুবৰ্ণ ৰজত হীৰা        আন যত দূৰ কৰা
পথৰ সম্বল সঙ্গে ধৰা॥৮০৭
আন যত ধন দেখা        খৰচিলে যায় বৃথা
খাইলে দিলে সবে টুটি যায়।
নামৰ নাহিকে ক্ষয়        লাগে মানে বৃদ্ধি হই
ভাগ কৰিলাও বাঢ়ি যায়॥
একোমতে ক্ষয় নাই        চোৰে নেনে নপলাই
নষ্ট নোহে অগ্নি জলে পৰি।

লুড়ি নেনে লুড়িয়াৰে ডকাইতেও পৰিহৰে
বজায়ো নলয় তাক ডৰি ॥৮০৮
পাৰ্থে বোলে যদুপতি চৰণত কৰো নতি
তব অনুগ্ৰহে সব ভৈলা।
কহিলাহা ভগৱান দেহাত্মা বিবেক জ্ঞান
যত মোহ সব দূৰ গৈলা॥
কৰ্ম্মৰ কহিলা তত্ত্ব ভক্তিয়ো সাধন যত
সৃষ্টি লয় শুনিলো বিস্তৰ।
দশম অধ্যাৰ হন্তে কহিলাহা যেনমতে
বোলা যত মই চৰাচৰ ॥৮০৯
কমলদল লোচন সুৰ সিদ্ধ মুনিগণ
তোমাক ঈশ্বৰ বুলি কৰৈ।
বিশ্বৰূপ যেন ঠান দেখায়োক ভগৱান
যদি মোৰ দৃষ্টিযোগ্য হোৱৈ॥
অজ ব্ৰহ্ম নিৰাকাৰ নাম ৰূপ নাহি যাৰ
বাক্যৰ মনৰ অগোচৰ।
কিন্তু তুমি যোগেশ্বৰ ভকতৰ প্ৰীতিকৰ
এতে দেখিবাক বাঞ্ছা মোৰ ॥৮১০
কৃষ্ণে বোলে শুনা পাৰ্থ মোৰ ৰূপ অসংখ্যাত
নাম বৰ্ণ আকৃতি বিস্তৰ।
ৰুদ্ৰাদিত্য বসু সোম অশ্বিনীকুমাৰ যম
বায়ু বহ্নি যক্ষ পুৰন্দৰ॥

স্বৰূপত ধনঞ্জয় ৰূপ দেখি হৈবা ভয়
পাচে দোষ নেদিবাহা মোক।
নিজ বিশ্বৰূপ মোৰ তাপ দীপ্তি ভয়ঙ্কৰ
ই চক্ষু নপাৰে দেখিবাক ॥৮১১
মই দিব্যচক্ষু দিবো নিজৰূপ দৰশাইবো
হৰ ব্ৰহ্মা নতু যাক দেখে।
কহয় মিশ্ৰ গোবিন্দ চৰণৰ অৰবিন্দ
সদা মোৰ নছাৰোক মুখে ॥
শুনা সভাসদ লোক ৰাম কৃষ্ণ বুলিয়োক
সুখে কৰা বৈকুণ্ঠ পয়াণ।
নামত কৰিয়ো ৰতি নামেসে পৰম গতি
নামে কৰে সংসাৰ নিৰ্য্যাণ ॥৮১২
প্ৰিয় কৰি বোলা তাত হেৰা কৰো যোৰহাত
ৰাম কৃষ্ণ বুলিয়ো উৎসুকে।
জয় কৃষ্ণ ঘোষ কৰা সুখে সংসাৰক তৰা
দাস কৰি লৈয়া যাইয়ো মোকে।
হেন জানি সৰ্ব্বজন কৃষ্ণত অৰ্পিয়া মন
কৃষ্ণ বিনে জানা নাহি আৰ।
কৃষ্ণেসে সবাৰ প্ৰাণ এৰিয়োক যত আন
কৃষ্ণপদ কৰিয়োক সাৰ ॥৮১৩

———

## পদ

সঞ্জয় বদতি শুনা অম্বিকাৰ সুত।
কৃষ্ণে দেখাইল ৰূপ আতি অদভুত ॥
অনেক নয়ন বাহু শিৰ অসংখ্যাত।
কিৰীটি কুণ্ডল হাৰ শোভা কৰে তাত ॥৮১৪
কঙ্কণ বলয় আঙ্গুষ্ঠিক পিন্ধি হাতে।
নানা দিব্য অস্ত্ৰ শস্ত্ৰ ধৰি আছে তাতে ॥
সুগন্ধ চন্দন মাল্য বস্ত্ৰ পিন্ধি পীত।
কেয়ূৰ কিঙ্কিণী কাঞ্চী কটি সমন্বিত ॥৮১৫
দশোদিশ ঢাকিলেক নূপুৰৰ বোল।
কোলাহল শৱদে নুশুনয় মাত বোল ॥
বদনৰ জ্যোতিতে উজ্জ্বল দিশপাশ।
অকালে প্ৰলয় হেন কালে কৰে গ্ৰাস ॥৮১৬
নাহিকে উপমা ৰূপ দেখি লাগে ভয়।
যেন এককালে কোটি সূৰ্য্যৰ উদয় ॥
অদভুত ৰূপ দেখি ভৈলন্ত বিস্মিত।
হৰিষে আনন্দে ৰোম ভৈলা পুলকিত ॥৮১৭
হেন দেখি ভয়ে ধনঞ্জয় মহাবলী।
দণ্ডৱতে পৰি মনে কৰি কৃতাঞ্জলি ॥
প্ৰকৃতিক আদি কৰি মহদাদি তত্ত্ব।
তব শৰীৰত দেখো সমস্ত জগত ॥৮১৮

ব্ৰহ্মাণ্ড প্ৰকাশে এহি শৰীৰ ভিতৰ।
তাৰ এক প্ৰদেশত দেখো চৰাচৰ॥
ব্ৰহ্মাক দেখিলো তযু নাভিকমলত।
তেত্ৰিশ কোটি দেৱ দেখো ঋষিগণ যত॥৮১৯
অত্ৰি অংগিৰস ভৃগু দেৱল বামন।
পুলস্তি পুলহ ঔৰ্ব্ব্য কৃষ সঙ্কৰ্ষণ॥
কপিল কাশ্যপ ক্ৰুঞ্চু কুশীদ কৌশিক।
কঙ্ক যে কৰ্দ্দম কৰ্ণ কাব্য বাহ্লীকক॥৮২০
বাল্মীকি বশিষ্ঠ ব্যাস ব্যাঘ্ৰ যে চ্যবন।
বিশ্বামিত্ৰ নামদেৱ বিভু বৈশম্পায়ন॥
ঋষ্যশৃঙ্গ শৃঙ্গী অষ্টাবক্ৰ পৰাশৰ।
অবটী শৌনক শক্তি সৌভৰি সগৰ॥৮২১
গৰ্গ গৌতম গালৱ গাৰ্গ্য যে গাঙ্গেয়।
মধুচ্ছন্দ মধুকল্য মাৰ্কণ্ড মৈত্ৰেয়॥
মৰীচি মৃকণ্ডু মাৰ্কণ্ডেয় বৃহস্পতি।
ৰুচি ভৰদ্বাজ শঙ্খ ঋষি যে অগস্তি॥৮২২
আসুৰি অসিত আদি আস্তিক সাৱল।
জামদগ্ন্য উশীনৰ আৰো যে জাবাল॥
যজ্ঞদণ্ড মুনি যাজ্ঞবল্ক্য জটাধৰ।
জমদগ্নি বিশ্বামিত্ৰ জীমূত যাঠৰ॥৮২৩
বৃহদশ্ব সুদৰ্শন পৰ্ব্বত আস্তিক।
সমূহ শমীক সান্দীপনি শৃঙ্গী শুক॥

ঔতথ্য উত্তানপাদ আৰো জৰৎকাৰ।
হনুমন্ত সংস্কৃতি দীৰ্ঘপদ কৰ্ম্মহাৰ॥৮২৪
সত্যকাম জঠৰাখ্য মৌনস সুদেৱ।
কৃষ্ণাত্ৰেয় মধুকুল্য জনক গালৱ॥
দেৱঋষি ৰাজঋষিগণ আছে যত।
দক্ষ আদি প্ৰজাপতি দেখিলো সমস্ত॥৮২৫
বাসুকিক আদি কৰি যত সৰ্পগণ।
একাদশ ৰুদ্ৰ সমে দেৱ সঙ্কৰ্ষণ॥
অনন্তৰ সঙ্গে নাগ যতেক আছয়।
অসংখ্যাত ফণা সমে ৰত্ন প্ৰকাশয়॥৮২৬
ভূত প্ৰেত যক্ষ ৰক্ষ গন্ধৰ্ব্ব কিন্নৰ।
সিদ্ধ কিম্পুৰুষ অপেস্বৰা বিদ্যাধৰ॥
শৰীৰে পৰ্ব্বত সিন্ধু সৰোবৰ যত।
তৱ দেহে দেখো হেৰা একে প্ৰদেশত॥৮২৭
অসংখ্যাত শিৰ উৰু বাহু আতিশয়।
সৰ্ব্বত্ৰ প্ৰকাশে নেত্ৰ নক্ষত্ৰৰ নয়॥
শঙ্খ চক্ৰ গদা পদ্ম ধৰি আছা কৰে।
কিৰীটি কুণ্ডল ৰত্ন মণি শোভা কৰে॥৮২৮
বলয়া কঙ্কণ হাৰ কিঙ্কিণী নূপুৰ।
টোৰৰ হোৰৰ হাৰ কনক কেয়ূৰ॥
আজানুলম্বিত বনমালা কৰৈ কান্তি।
কৌস্তুভে শোভয় গলে শ্ৰীবৎসৰ পান্তি॥৮২৯

নিতম্ব উপৰে পীতবস্ত্ৰ পৰিধান।
কপালে কুঙ্কুম ৰেখা বিদ্যুতৰ ঠান॥
পৰিমিত নাহি ৰূপ ব্যাপিয়া আছয়।
আদি অন্ত কোন মধ্য নজানি নিৰ্ণয়॥৮৩০
শৰীৰৰ তেজ দীপ্তি দেখি লাগে ভয়।
কালান্তক বহ্নি যেন দহিয়া আছয়॥
অসংখ্য বিদ্যুত যেন একেলগে ছুটে।
চাহিতে নপাৰি চক্ষু জ্যোতি দেখি ফুটে॥৮৩১
তুমিসে অক্ষয় বিভু ব্ৰহ্ম নিৰাকাৰ।
যাত হন্তে হোৱে সৃষ্টি পালন সংহাৰ॥
সবাৰো কাৰণ মায়া যত জগতৰ।
মায়াৰো কাৰণ যাক বোলয় ঈশ্বৰ॥৮৩২
এহি শৰীৰত আছে জগত সমস্ত।
এতে বল-বীৰ্য্যৰ প্ৰভাৱ নাহি অন্ত॥
তৱ মুখে অগ্নি শশী সূৰ্য্য নেত্ৰ বাপ।
শৰীৰৰ তেজে জগতক দেয় তাপ॥৮৩৩
অদ্ভুত ৰূপক দেখিবোহো নাৰায়ণ।
কাম্পতে আছয় দেখো চৈধ্যয় ভুৱন॥
আকাশক সীমা কৰি মধ্য পৃথিবীৰ।
দশোদিশ ঢাকিলেক তোমাৰ শৰীৰ॥৮৩৪
ব্ৰহ্মা মহেশ্বৰ আদি দেৱগণ যত।
দূৰে থাকি শৰণ পশয় চৰণত॥

কতো দেৱে আতি ভয়ে কৰি কৃতাঞ্জলি ।
দণ্ডৱতে পৰি নমে ৰাখা ৰাখা বুলি ॥৮৩৫
বিশ্বদেৱ সিদ্ধগণ নাহি পৰিমিত ।
সিদ্ধ মুনি ৰুদ্ৰগণ দ্বাদশ আদিত্য ॥
যক্ষ ৰক্ষ গন্ধৰ্ব্ব অসুৰ আছে ।
অশ্বিনীকুমাৰ বায়ু উনপঞ্চাশত ॥৮৩৬
উৰগ খেচৰ বিদ্যাধৰ বসু যত ।
ঘোৰ ৰূপ দেখি ভয়ে শ্ৰুতি ভৈলো হত ॥
ইটো অসদৃশ ৰূপ চাহন নাযায় ।
যেহেন চন্দ্ৰক কোটি ৰাহু আসে ধাই ॥৮৩৭
নয়ন শ্ৰৱণ উৰু বয়ন বিস্তৰ ।
মহাপ্ৰলয়ৰ যে অন্তক সমসৰ ॥
সমস্তে ব্যাপিলা শিৰ বাহু নেত্ৰ কাণ ।
ধৰিবে নাপাৰো ধৈৰ্য্য ভৈল গতপ্ৰাণ ॥৮৩৮
বিকৃত কৰাল দন্ত আতি ভয়ঙ্কৰ ।
সাগৰ সমান ভৈল ব্যাদান মুখৰ ॥
লহ লহ জিহ্বা আতি ভয়ঙ্কৰ ঘোৰ ।
ভয়ত কম্পিত চিত্ত থিৰ নোহে মোৰ ॥৮৩৯
সুখক নলভো নেদেখোহো দিশপাশ ।
প্ৰসন্ন হুয়োক বাপ জগতনিবাস ॥
যেহেন অমৃত খাইতে খুজিলেক নৰে ।
অমৃত সাগৰে পৰি তল যাই মৰে ॥৮৪০

সঞ্জয় বদতি শুনিয়োক কুৰুনাথ।
পাৰ্থৰ প্ৰশ্নৰ কৃষ্ণে দেখাইলা সাক্ষাত ॥
পূৰ্ব্বত কৃষ্ণক হেন বুলিলা অৰ্জ্জুনে।
নৰধিবো বন্ধুগণ ৰাজ্যৰ নিদানে ॥৮৪১
নুযুজিবো বুলি দৃঢ় কৰি ধনঞ্জয়ে।
এৰিলন্ত শৰ ধনু জ্ঞাতিবধ ভয়ে ॥
তাতে আৰো পাৰ্থে হেন বুলিলা প্ৰসঙ্গ।
কাৰ জয় হোৱে কৃষ্ণ কাৰ হোৱে ভঙ্গ ॥৮৪২
ভঙ্গ পৰাজয় দুইবো নাজানোহো নিষ্ট।
কাৰ ভঙ্গ কৰি জয় দেখাইলন্ত কৃষ্ণ ॥
অৰ্জ্জুনে কৰিলা প্ৰশ্ন দ্বিতীয় অধ্যাত।
সেই জয় ভঙ্গে কৃষ্ণে দেখাইলা সাক্ষাত ॥৮৪৩
কৃষ্ণক নমিয়া পুনু বোলে কুন্তীসুত।
আৰো আশ্চৰ্য্যক দেখো আতি অদভুত ॥
অষ্টাদশ অক্ষৌহিণী সেনা নিৰন্তৰ।
প্ৰবেশিবে লাগি আছে মুখৰ ভিতৰ ॥৮৪৪
উভয় সেনাৰ মুখ্য মুখ্য ৰীৰ যত।
চূৰ্ণ হুইযা লাগিয়াছে দশন মধ্যত ॥
সঞ্জয় বদতি শুনিয়োক মহাশয়।
দানী মানী মহাযশী তোমাৰ তনয় ॥৮৪৫
নাজানিয়া নষ্ট ভৈলে কি কহিবো কথা।
জানিয়া যে তযু পুত্ৰ এতেকে অৱস্থা ॥

ভীষ্ম দ্ৰোণ জয়দ্ৰথ শল্য দুঃশাসন।
ভূৰিশ্ৰৱা ভগদত্ত কৰ্ণ দুৰ্য্যোধন ॥৮৪৬
তাসম্বেয়ো কৃষ্ণক ঈশ্বৰ বুলি জানে।
তভো বুদ্ধিহত ভৈলা মদান্ধ অজ্ঞানে ॥
যেহেন পতঙ্গ অগ্নি পৰি হোবৈ নাশ।
তাপ দীপ্তি দেখি তভো তাতে কৰে জাস ॥৮৪৭
তোমাৰ পুত্ৰৰ দৃষ্টান্তৰ সেহি মত।
জানি নষ্ট ভৈল অহঙ্কাৰ মদান্ধত ॥
ত্ৰৈলোক্য ঈশ্বৰ কৃষ্ণ ব্ৰহ্মাদিয়ে পূজে।
কৃষ্ণে প্ৰবোধিবে যাস্তে বান্ধি থৈবে খোজে ॥৮৪৮
যাৰ পূৰ্ব্বাপৰ নাহি বাহ্য অভ্যান্তৰ।
তাক বন্দী কৰিবেক কৌৰৱ বৰ্ব্বৰ ॥
অষ্টাদশ অক্ষৌহিণী সেনা নিৰন্তৰ।
আপুনি প্ৰলয় গৈলে গৰ্ভৰ ভিতৰ ॥৮৪৯
হে সব অজ্ঞানী দৃষ্টান্ত সেহি নয়।
যেন নদী নদ জল সাগৰে পৰয় ॥
অৰ্জ্জুনে দেখয় দুয়ো সেনা নিৰন্তৰ।
আপুনি প্ৰৱেশে বেগে গৰ্ভৰ ভিতৰ ॥৮৫০
ঘোৰ উগ্ৰৰূপ দন্ত কৰাল বদন।
গ্ৰাসিবাক খোজে যেন চৈধ্যয় ভুৱন ॥
লেলিহান জিহ্বাক দেখন্তে লাগে ভয়।
বিস্ময় অৰ্জ্জুন ত্ৰাসে কাম্পয় হৃদয় ॥৮৫১

পুনু দণ্ডৱতে পৰি বোলে ধনঞ্জয়।
প্ৰসন্ন হুয়োক বাপ দেৱ কৃপাময়॥
তুমি কোনৰূপ কিবা চেষ্টা কৰা স্বামী।
তব মায়া বিমোহিত নজানোহো আমি॥৮৫২
তব তেজপুঞ্জে কম্পমান তিনি লোক।
জানিবাক চাহো কোন ৰূপ কহিয়োক॥
কহয় গোবিন্দ মিশ্ৰ কৃষ্ণপদে পৰি।
পৰম আনন্দে ঘোষা জয় কৃষ্ণ হৰি॥৮৫৩
হৰিৰ চৰণে মনে পশিয়ো শৰণ।
ডাকি ৰামকৃষ্ণ বুলিয়োক সৰ্ব্বজন॥৮৫৪

---

## তুলড়ী

ঈশ্বৰে বোলন্ত যিটো ৰূপ মই
জানিয়োক ধনঞ্জয়।
ব্ৰহ্মা আদি দেৱ যত যোগীগণ
কালচক্ৰে ফুৰাৱয়॥
স্ৰজোহো পালোহো লোক সংহাৰোহো
আক জানিবাহা ভালে।
দণ্ড পল কৰি আয়ু নেওঁ হৰি
লোকে মোক কাল বোলে॥৮৫৫

পূৰ্ব্বত বুলিলা ভঙ্গ জয় কৰি
তাহাৰো নজানো তত্ত্ব।
এবে ধনঞ্জয় কাৰ ভঙ্গ জয়
দেখিয়ো তুমি সাক্ষাত ॥
ভীষ্ম দ্ৰোণ আদি ৰথী মহাৰথী
আনো যত আছে সেনা।
কুৰু পাণ্ডৱৰ প্ৰাণী নিৰন্তৰ
লৈলোঁহো তোমাত বিনা ॥৮৫৬
ভীষ্ম কৰ্ণ দ্ৰোণ কৃপ দুৰ্য্যোধন
দেৱৰো দুৰ্জ্জয় পুন।
তাহাক অৰ্জ্জুনে সমৰে মাৰিলা
তাত পৰে আছে কোন ॥
সমৰে উঠিয়া ৰাজ্যক লভিয়ো
যশক লভিয়ো আত।
যি শত্ৰু প্ৰধান আগে লৈলো প্ৰাণ
নিমিত্ত হুয়োক মাত্ৰ ॥৮৫৭
বাম হাতে বাণ কৰাহা সন্ধান
লক্ষ্যক ভেদিলা ছলে।
দুয়ো হাতে শৰ কৰা নিৰন্তৰ
আতে সব্যসাচী বোলে ॥
পাচে ধনঞ্জয় কম্পয় হৃদয়
শুনি ভৈলা ভয় ভীত।

দণ্ডৱতে পৰি কৃতাঞ্জলি কৰি
শিৰ দিয়া চৰণত ॥৮৫৮
মহা ভয় ভীত তনু ৰোমাঞ্চিত
দুয়ো নেত্ৰে পৰে পানী।
ভক্তিৰ আহ্লাদে বাক্য গদগদে
কেশৱক বোলে বাণী॥
প্ৰণামো মাধৱ দেখি তব ভাৱ
ত্ৰিভুৱন কম্পে ডৰে।
অসুৰ ৰাক্ষস পলায় দশোদিশ
সিদ্ধগণে স্তুতি কৰে ॥৮৫৯
সবাহাৰো আদ্য ব্ৰহ্ম প্ৰতিপাদ্য
ব্ৰহ্মাৰো তুমি কাৰণ।
জগতৰে আত্মা ব্ৰহ্মাণ্ডৰো কৰ্ত্তা
নেসেৱিবে কোন জন॥
তুমি কল্পতৰু জগতৰ গুৰু
তুমি জগতৰ ধাতা।
স্ৰজাহা পালাহা তুমি সংহাৰাহা
সংসাৰৰো পিতা মাতা॥৮৬০
দশটা ইন্দ্ৰিয় আৰো পঞ্চভূত
পঞ্চটা তন্মাত্ৰ তাৰা।
চিত্ত বৃত্তি মন তিনিগোটা গুণ
মায়া মোহ অহঙ্কাৰ॥

সবে মিলি যাই হোৱে এক ঠাই
দেহ বুলি লোকে খ্যাত।
যদি তুমি অজ অংশ ভাগে যাই
জীৱৰূপে হোৱে জাত ॥৮৬১

ব্ৰহ্মা মহেশ্বৰ বায়ু পুৰন্দৰ
সোম সূৰ্য্য ভগৱান।
কুবেৰ বৰুণ যম হুতাশন
তুমি বিনে নাহি আন ॥
বিভু পূৰ্ণকাম সদা আত্মাৰাম
বিকাৰ নাহিকে যাৰ।
সাধুক উদ্ধাৰা দুষ্টক সংহাৰা
সিকাৰণে অৱতাৰ ॥৮৬২

জন্ম কৰ্ম্ম যত কোনে পাৱে অন্ত
সদা মুনিগণ গাৱে।
শ্ৰৱণ কীৰ্ত্তন কৰে যিটোজন
অনায়াসে সিয়ো পাৱে।
এবে নাৰায়ণ সদা মোৰ মন
চৰণ নেৰো তোমাৰ।
শত সহস্ৰেক অযুত নিযুত
কোটি কোটি নমস্কাৰ ॥৮৬৩

অগ্ৰত পৃষ্ঠত দুয়ো পাশে বন্দো
অধে উৰ্দ্ধে নমস্কাৰ।

তুমি মাত্ৰ সত্য জগত ব্যাপক
এক ব্ৰহ্ম নিৰাকাৰ ॥
তোমাৰ চৰণে পশিলো শৰণে
সৰ্ব্বভাৱে নমস্কাৰ ।
ভজিবা মাত্ৰকে মোক্ষপদ দিয়া
আত্মা পৰ নাহি যাৰ ॥৮৬৪
দেখা কেন নাথ আমাৰ অজ্ঞান
মিছা অহঙ্কাৰে মৰো ।
ৰূপ ৰেখা যাৰ নাহিকে আকাৰ
ব্ৰহ্মত সম্বন্ধ কৰো ॥
মাতুলৰ পুত্ৰ সম্বন্ধত ভাই
তোমাক বোলো মাধৱ ।
কতোবাৰ বোলো সখি কৃষ্ণ কতো
ক্ৰোধত বোলো যাদৱ ॥৮৬৫
আমাৰ নৃপতি মোহোৰ সাৰথি
মমতা কৰোহো তাত ॥
আসন ভোজন এক সঙ্গে কৰো
শয়ন একে শয্যাত ॥
হাস পৰিহাস দুৰ্ব্বাক্যক বোলো
পাশা হাৰিলোহো ভঙ্গ ।
অদৃশ্য ব্ৰহ্মক মন অগোচৰ
তান লগে কৰো সঙ্গ ॥৮৬৬

অন্তেষপুৰক দেৱৰ বুলিয়া
দ্ৰৌপদীয়ো নেই ডাকি।
ৰাজভাৰ্য্যা বুলি তভো আজ্ঞা মানা
মিছায়ে ভয়ত থাকে॥
নৃপতি পাণ্ডৱ সেৱকৰ নয়
দূতকৰ্ম্মে চলি যায়।
ৰাজা যুধিষ্ঠিৰ অধম শৰীৰ
তাহাৰ বন্দিলা পাৱ॥৮৬৭
অপৰাধ ঘোৰ তোমাক কৰিলো
সিকাৰণে কৰো তাপ।
যত দোষচয় ক্ষমা কৃপাময়
চৰণে পশিলো বাপ॥
পিতৃৰ কোলাত থাকি অপৰাধ
শিশু যত দোষ কৰে।
মূত্ৰ বিষ্ঠা এৰে চৰণ প্ৰহাৰে
তথাপি দোষ নধৰে॥৮৬৮
ভুমি [illegible]
[illegible] কহে।
নানাবিধ কৰি উপদ্ৰৱ কৰে
তথাপি মেদিনী সহে॥
পুত্ৰে যে বাপক মন্দ লাগি দেই
তভো লাগে সহিবাক।

যদি তুইজনে ভজে একমনে
আপোনাকো দিয়া তাক ॥৮৬৯
বিশ্বৰূপ ইটো যেন মৃত্যু হেতু
চাহিতে নাপাৰো স্বামী।
আক দূৰ কৰা পূৰ্ব্ব ৰূপ ধৰা
শৰণে পশিলো আমি ॥
যিটো চতুৰ্ভুজ কৰিয়া গুপুত
শঙ্খ চক্ৰ গদা ধৰি।
হেৰা দণ্ডৱত কৰো চৰণত
সিৰূপ দেখাও হৰি ॥৮৭০
কহয় গোবিন্দ দেৱ দয়াময়
চৰণে নোবয়ো দায়া।
পদ পঙ্কজত মন বন্দি কৰি
গুচায়ো সংসাৰ মায়া।
তোমাৰ দাসৰ দাস হুইবো হৰি
এহি বাঞ্ছা সুগুচোক।
এৰা মোহ মদ যত সভাসদ
ৰামকৃষ্ণ বুলিয়োক ॥৮৭১
পৰম মঙ্গল ধৰ্ম্মৰ নাম
আক একচিত্তে ধৰি।
হৃদে ৰূপ ধৰি বোলা হৰি হৰি
যি যাইবা সংসাৰ তৰি ॥৮৭২

## ঘোষা

হৰি বোল হৰি বোল মাধৱ ৰূপ ॥

## ঝুনা

কৃষ্ণে বোলে ধনঞ্জয় সখি।
কেন ভয় ভৈল এৰূপ দেখি ॥
শিৱ বিৰিঞ্চি মোৰ স্বৰূপ।
তাৰায়ো নেদেখে ইবিধ ৰূপ ॥৮৭৩
কেহো নাহি মোৰ লক্ষ্মী সমান।
সিয়ো নতুন দেখে ৰূপ ইঠান ॥
এৰিলো ৰূপ ভৈলো উপশাম।
পঙ্কজ লোচন জলদ শ্যাম ॥৮৭৪
কৰ্ণত মকৰ কুণ্ডল দোলে।
ভ্ৰূকুটি কটাক্ষে মনক ভোলে ॥
অলকা তিলক কিৰীটি মাথে।
অঙ্গদ কঙ্কণ বলয় হাতে ॥৮৭৫
কাঞ্চি সমন্বিতে স্বৰ্ণ মেখলা।
আজানুলম্বিত বনমালা ॥
শ্ৰীবৎস পান্তি শোভে বক্ষঃস্থলে।
কোটি সূৰ্য্য সম কৌস্তুভ জ্বলে ॥৮৭৬
সোণাৰ কিঙ্কিণী শবদ কৰে।
কোটি কন্দৰ্পৰো লাৱণ্য হৰে ॥

টোৰৰ হোৰৰ নূপুৰ বাজে।
কনকৰ পীত বসন ৰাজে ॥৮৭৭
মেঘ ফুটি যেন চন্দ্ৰ প্ৰকাশে।
ঈষন্ত কটাক্ষে যেহেন হাসে ॥
আজানুলম্বিত এ ভুজ চাৰি।
শঙ্খ চক্ৰ গদা পঙ্কজধাৰী ॥৮৭৮
সুন্দৰ নাসা বদনাৰবিন্দে।
চন্দন তিলক চন্দ্ৰক নিন্দে ॥
প্ৰফুল্ল কমল দল নয়ন।
কুন্দকলি সম শোভে দশন ॥৮৭৯
ভ্ৰূৱ কামচাপ সম বিশেষ।
ইন্দ্ৰনীল শ্যাম আকুঞ্চ কেশ ॥
মৈৰা পুচ্ছে শোভে সুন্দৰ জটা।
বিদ্যুত সম কুঙ্কুম ছটা ॥৮৮০
অৰুণ বৰ্ণ নখচন্দ্ৰ জ্যোতি।
ৰাতুল চৰণ প্ৰকাশৈ আতি ॥
পদ্ম নৱকোষ দুখানি পাৱ।
ধ্বজ বজ্ৰ পদ্ম অঙ্কুশ যব ॥৮৮১
মোহন সুন্দৰ দশন আতি।
দেখাইলা মুখ অৰ্জ্জুনক প্ৰতি ॥
কৃষ্ণে বোলে আৰো নকৰা ভয়।
প্ৰসন্ন ভৈলো দেখা ধনঞ্জয় ॥৮৮২

মোৰ ৰূপ ইটো ৰহস্য বৰ।
কিন্তু তুমি মোৰ সুহৃদ দৃঢ ॥
আনে নেদেখয় তোমাত বিনে।
যোগী নেদেখয় সমাধি ধ্যানে ॥৮৮৩
তীৰ্থ তপ জপ দান প্ৰধান।
শম দম আদি অষ্টাঙ্গ জ্ঞান ॥
স্বধৰ্ম্ম আশ্ৰমে নপাৰে মোক।
তথাপি ই ৰূপ দেখাইলো তোক ॥৮৮৪
ভয় এৰি হোৱা প্ৰসন্ন চিত্ত।
এৰূপ দেখি ভৈলা কৃতকৃত্য ॥
সঞ্জয় বোলন্ত পাছে অৰ্জ্জুন।
কৃষ্ণক দেখি সুস্থ ভৈলা মন ॥৮৮৫
অৰ্জ্জুনে নমি বোলে ভগৱান।
চাপিল চেতন লভিলো জ্ঞান ॥
কৃষ্ণে বোলে শুনা পাণ্ডুৰ সুত।
দেখিলা ৰূপ আতি অদভুত ॥৮৮৬
দিব্য ৰূপ ইটো নজানে দেৱ।
আছোক মনুষ্য নজানে দেৱ ॥
যজ্ঞ তপ ব্ৰতে বাঞ্ছে সৰ্ব্বলোক।
কেৱল ভক্তিসে উপাসে মোক ॥৮৮৭
তোমাত অৰ্জ্জুন কহো ৰহস্য।
নিষ্টে কৰে মোক ভক্তিসে বশ্য ॥

বেদ শাস্ত্ৰ তন্ত্ৰ-মন্ত্ৰৰো সাৰ।
তোমাত কহিলো ৰহস্য আৰ ॥৮৮৮
যত কৰ্ম্ম ক্ৰিয়া কৰাহা মানে।
হৰি কৰ্ম্ম বুলি মানিবা মনে ॥
ইটো জন্মগোট নযায় ব্যৰ্থে।
সবাক অৰ্পিব ঈশ্বৰ অৰ্থে ॥৮৮৯
কৰিবা কৰ্ম্ম নবাঞ্ছিবা ফল।
ঈশ্বৰৰ আজ্ঞায়ে কৰা সকল ॥
ক্ষেত্ৰ পুত্ৰ দাৰা গৃহ ভাণ্ডাৰ।
সবে ঈশ্বৰৰ মই দাস তাৰ ॥৮৯০
ঈশ্বৰ নিৰ্ম্মাল্য কৰিব ভোগ।
ভক্তিৰ সাধন এক কৰ্ম্মযোগ ॥
মইসে পৰম আশ্ৰয় তাৰ।
মোত বিনে প্ৰিয় নাহিকে আৰ ॥৮৯১
শ্ৰৱণ কীৰ্ত্তন কৰিবা নিত্য।
বিষয় এৰি হৈবা একচিত্ত ॥
সৰ্ব্বথা প্ৰাণীক কৰিবা দায়া।
তৰিবা সংসাৰে এৰাইবা মায়া ॥৮৯২
ইহাক বোলয় অৰ্পণা ধৰ্ম্ম।
সমস্ত ভক্তিৰ কহিলো মৰ্ম্ম ॥
ভক্তিসে প্ৰধানে জানিবা নৰ।
ভজা হৰি পাৰে হেলা নকৰ ॥৮৯৩

ফলকো এৰি মোৰ কৰ্ম্ম কৰি।
সমস্ত প্ৰাণীক সম বুদ্ধি ধৰি॥
ভজিবা পূজিবা কৰিবা ইষ্ট।
পাইবা তেবে মোক কহিলো নিষ্ট॥৮৯৪
মোহোৰ কথাত হোৱয় ৰত।
সেহি যোগোত্তম ভক্তি সন্মত॥
ভক্তি বিনে মোক কহিতো নাই।
কৃষ্ণৰ মুখৰ বাক্য সদায়॥৮৯৫
গোবিন্দ মিশ্ৰে কৰে সাক্ষাত।
যেবে এৰা নৰ কালৰ হাত॥
কৃষ্ণৰ চৰণে নেৰিয়ো মনে।
ৰাম কৃষ্ণ বোলা সমস্ত জনে॥৮৯৬

( একাদশ অধ্যায় সমাপ্ত )



# দ্বাদশ অধ্যায়

## ভক্তি যোগ

### পদ

পুনৰপি অৰ্জ্জুনে কৰিলা প্ৰণিপাত।
প্ৰদাক্ষিণ কৰি যুৰিলন্ত যোৰহাত ॥
কৃষ্ণক সম্বোধি হেন বুলিলা অৰ্জ্জুনে।
আৰো এক সংশয় মিলিল মোৰ মনে ॥৮৯৭
পূৰ্ব্বত মোহোক হেন কহিলা গোসাই।
জ্ঞান বিনা নিষ্টে জানা কাৰো গতি নাই ॥
এবে কহা একাদশ অধ্যাৰ অন্তত।
ভক্তিসে পৰম তত্ত্ব গুহ্য মোৰ মত ॥৮৯৮
জ্ঞানৰ ভক্তিৰ মধ্যে কোনোবা প্ৰধান।
যদি দায়া আছে মোত কহা ভগৱান ॥
কৃষ্ণে বোলে সাধু প্ৰশ্ন কৰিলা অৰ্জ্জুন।
তাহাৰ নিৰ্ণয় কহো সাৱধানে শুন ॥৮৯৯
আনত নভজি মাত্ৰ মোতে ভজৈ নিত্য।
মোত মন নিবেশিবে দৃঢ় কৰি চিত্ত ॥
পৰম শ্ৰদ্ধায়ে মোক কৰিলেক সাৰ।
তাত মোৰ প্ৰাণ সিটো মযো ভৈলো তাৰ ॥৯০০

ব্ৰহ্মাক্ষপাক্ষৰ উপাসিবে যিটো লোক ।
অভেদ ভাৱনা কৰি চিন্তি পাৱে মোক ॥
জ্ঞানৰ ভক্তিৰ ফল নিষ্ফলে নাযায় ।
নিষ্ঠে জানিবাহা দুয়ো পথে গতি পায় ॥১০১
সুৰাসুৰ কীট পক্ষী সবাহাতে সম ।
পৰম দুঃসাধ্য মন ইন্দ্ৰিয় নিয়ম ॥
অচিন্ত্য অব্যক্ত ব্ৰহ্ম মন অগোচৰ ।
অব্যক্ত চিন্তন জ্ঞান পথ দুখতৰ ॥১০২
অদৃশ্য চিন্তন জ্ঞান অতীব সঙ্কট ।
দেহাভিমানীৰ জ্ঞান পৰম দুৰ্ঘট ॥
পুৰুষৰ দেহ অভিমান নাহি যাৰ ।
মোক ভক্তি কৰি সুখে তৰয় সংসাৰ ॥১০৩
আনক নভজি হেৰে অনন্য শৰণ ।
কায় বাক্য মনে ভজে মোহোৰ চৰণ ॥
মোত অৰ্পি কৰ্ম্ম কৰে নজানয় আন ।
ঘোৰৰূপ সংসাৰত মই কৰো ত্ৰাণ ॥১০৪
আকে জানি ধনঞ্জয় নকৰিবা ভয় ।
কোন ধৰ্ম্মাধৰ্ম্ম বহু লোকে নজানয় ॥
ধৰ্ম্ম অধৰ্ম্মক জানে লৈয়া মোক ৰীতি ।
অসঙ্গে নজানে তভো প্ৰবৃত্তি নিবৃত্তি ॥১০৫
প্ৰবৃত্তি নিবৃত্তি যদি জানে কতো লোক ।
কোটি কোটি সামান্য দেৱতা বোলে মোক ॥

দেৱৰ লগত মিসলাই পূজা কৰে।
বহু লোকে নজানয় মইসে ঈশ্বৰে ॥৯০৬
ঈশ্বৰ বুলিযা জানে যদি কতো লোক।
স্ৰজোহো পালোহো সংহাৰোহো তিনি লোক॥
অৱতাৰ ধৰি ভাৰ হৰো পৃথিবীৰ।
নিৰাকাৰ বুলি মোক নজানে বিস্তৰ ॥৯০৭
যিটো জনে মোহোক বোলয় সৰ্ব্বাত্মক।
অদ্বৈত নিৰ্গুণ ব্ৰহ্ম জগতে ব্যাপক॥
সগুণ নিৰ্গুণ মই দুয়ো ৰূপ ধৰো।
যদি আত্মাৰাম তভো গুণ লীলা কৰো ॥৯০৮
এহি সংসাৰত প্ৰাণী যতেক আছয়।
জীৱৰূপ অংশ ধৰি সংসাৰ ভ্ৰময়॥
অবিদ্যা আবৰে জীৱ গুণৰ সঙ্গত।
মোক নজানেসে জানা এহিখানি তত্ব ॥৯০৯
যাৰ পুঞ্জ পুণ্যচয আছয় পূৰ্ব্বৰ।
সেহি জ্ঞানে গতি ভক্তি পাৱে ঈশ্বৰৰ॥
এহি কৰ্ম্মে গতি পাৱে কহিলো তোমাত।
সহস্ৰ মধ্যত গতি কোন চিত্ৰ আত ॥৯১০
নিষ্ঠে জানা সবি এহি ব্ৰহ্মাণ্ড ভিতৰ।
তাৰ মধ্যে যত প্ৰাণী আছে নিৰন্তৰ॥
সহস্ৰ মধ্যত যদি একে গতি পাই।
তভো কতো মুক্ত হোৱৈ লেখা জোখা নাই ॥৯১১

চিত্ত বুদ্ধি মন মোত নিবেদিল যাৰ।
শীঘ্ৰে পাৱৈ মোহোক বিলম্ব নাহি তাৰ॥
অভ্যাস প্ৰকাৰে মোত থিৰ কৰে মন।
জ্ঞানৰ ভক্তিৰ দুইৰো কহিলো লক্ষণ॥৯১২
যদি তাতো তুমি তেন বোলা মহাবল।
ইন্দ্ৰিয়ৰ মধ্যে মন আতি যে চঞ্চল॥
যত্ন কৰিলেও মন বিষয়ক যায়।
মন জিনিবাৰ কহো সুগম উপায়॥৯১৩
সৰ্ব্বদা পুৰুষে বিষয়ক নেৰে মনে।
পুনু আনিবাহা মন মোহোৰ চিন্তনে॥
মোহোৰ স্মৰণে মন কৰিব অভ্যাস।
যত্ন অভ্যাসত থাকি মন হোৱৈ বশ॥৯১৪
এমন অভ্যাস যদি কৰিবে নাপাৰা।
আমাৰ প্ৰীতিৰ অৰ্থে যত্নে কৰ্ম্ম কৰা॥
মোৰ গৃহ পুষ্পবাতি কৰিবা যতন।
শ্ৰদ্ধাভাৱে মোৰ গৃহ কৰিবা লেপন॥৯১৫
গৃহক লেপন্তে মৃত্তিকাৰ ৰেণু যত।
সেহি কৰ্ম্মে ভক্তি বাঢ়ে থাকে বৈকুণ্ঠত॥
একাদশী ব্ৰত সেৱা অৰ্চ্চন বন্দন।
শ্ৰদ্ধায়ে কৰিবা তান্ত শ্ৰৱণ কীৰ্ত্তন॥৯১৬
এহিমতে যিটো মোৰ কৰ্ম্মক কৰয়।
মোহোৰ সদৃশ গতি পাৱে ধনঞ্জয়॥

যদি দুখ মনে মানে কৰ্ম্ম কৰিবাক।
তাহাৰো সুলভ কহো শুনিয়োক তাক।৯১৭
অগ্নিহোত্ৰ শ্ৰাদ্ধ হোম যোগ যাগ যত।
নিত্য নৈমিত্তিক কৰ্ম্ম কৰিবা সমস্ত॥
ফলকো এৰিবা কৰ্ম্মবন্ধ হেন জানি।
কেৱল কৰিবা ঈশ্বৰৰ আজ্ঞা মানি॥৯১৮
সেহি কৰ্ম্মে কৃতকৃত্য ভক্তি হৈব তাৰ।
ভক্তিৰ প্ৰসাদ বলে তৰয় সংসাৰ॥
এহিমতে কৰ্ম্ম কৰিবেক কতো নিত্য।
সত্ত্ব শুদ্ধি হুয়া তেবে হোৱৈ শুদ্ধচিত্ত॥৯১৯
অভ্যাস যোগত অতিৰেক শ্ৰেষ্ঠ জ্ঞান।
জ্ঞানতো অধিক শ্ৰেষ্ঠ জানিবাহা ধ্যান॥
ধ্যানতো অধিক কৰ্ম্ম ফলত্যাগ তাৰ।
ত্যাগে শান্তি কৰাৱয় তৰয় সংসাৰ॥৯২০
এহিমতে কৰি পাচে যেহেন হোৱয়।
তাহাৰ স্বৰূপ কহো শুনা ধনঞ্জয়॥
সমস্তে প্ৰাণীত ৰাগ দ্বেষ নাহি তাৰ।
লোভ মোহ কাম ক্ৰোধ নাহি অহঙ্কাৰ॥৯২১
সুখতো আনন্দ নাহি দুখে নাহি কষ্ট।
অযত্নে হোৱয় প্ৰাপ্তি তাতে হোৱৈ তুষ্ট॥
শ্ৰেষ্ঠজনক কৰে অনুনয়ে সেৱা।
সম মিত্ৰ দৰিদ্ৰ উভয়ে কৰে দয়া॥৯২২

পৰে মাৰিলাতো সহে নাহি কষ্ট মন ।
তাক ক্ষমাবন্ত বুলি কহে সৰ্ব্বজন ॥
মন বুদ্ধি অৰ্পি মোত কৰিলে নিশ্চয় ।
সেহি ভক্ত সখি মোৰ প্ৰিয় আতিশয় ॥১২৩
কদাচিত প্ৰাণীক উদ্বেগ নকৰয় ।
তাহাৰ জানিবা কাহাতো নাহি ভয় ॥
পৰম লোভত যেটো নকৰয় দ্বেষ ।
আপোনাৰ লাভ ভৈলে নকৰে হৰিষ ॥১২৪
ভয় উদ্বেগ দুয়ো কতো নথাকয় ।
ভয় ত্ৰাস হোৱে যেৱে উদ্বেগ বোলয় ॥
কাহাতো অপেক্ষা নাহি ঈশ্বৰত পৰে ।
উদাসীন ৰূপে শৌচ কৰে নিৰন্তৰে ॥১২৫
সেহিগোট ভক্ত মোৰ প্ৰিয় অতিশয় ।
গুচিল সংসাৰ ব্যথা যত দুখচয় ॥
তাক বুলি দক্ষ সৰ্ব্ব কাৰ্য্যত নিপুণ ।
একোকালে তাহাৰ আলস্য নাহি পুনু ॥১২৬
উদাসীন হৈয়া পাচে সৰ্ব্বত্ৰ ভ্ৰময় ।
পুত্ৰ মিত্ৰ আৰি বন্ধু কাৰো পক্ষ নয় ॥
প্ৰিয় ভৈলে তাহাতো নোহয় আনন্দিত ।
অপ্ৰিয়ত দ্বেষ্যা নকৰয কদাচিত ॥১২৭
শোক নকৰয় ধন পুত্ৰ ভৈলে নাশ
নাপাইবাৰ বস্তু নকৰে অভিলাষ ॥

শুভাশুভ পাপ পুণ্য দুইকো ত্যাগ কৰে ।
ঈশ্বৰ চৰণ মাত্ৰ কেৱলে সুমৰে ॥১২৮
পুত্ৰতো যিমত বুদ্ধি শত্ৰুতো সিথান ।
সেহিমতে সম হৈব মান অপমান ॥
সুখ দুখ শীত উষ্ণ দুইতো সম মতি ।
পুত্ৰ দাৰা গৃহত নাহিকে আসকতি ॥১২৯
হৰিষ বিষাদ নাহি স্তুতি নিন্দা শুনি ।
সেহিসে পৰম ভক্ত তাকে বুলি মুনি ॥
এৰিলেক যত সব বিষায়ৰ সঙ্গ ।
আৰু সাধুসবে বোলে ভক্তি অন্তৰঙ্গ ॥১৩০
যাক বোলে অনুভৱ শুনিয়ো নিশ্চয় ।
জন্ম কৰ্ম্ম নাম গুণ মুখতে আনয় ॥
কতো নাম লৱে মনে বিষয়ক যাই ।
বাগিন্দ্ৰিয়ে বোলে তাক অনুভৱ নাই ॥১৩১
যিটো গুহা গৃহে থাকি মোত কৰে মন ।
সিয়ো মোক পাৱে কৰি নামক স্মৰণ ॥
একচিত্তে অনুভৱে মোৰ নাম লয় ।
নামক লাগিয়া যে সাধন লাগয় ॥১৩২
যিটো স্মৰে মনত যে তথাপিতো তৰে ।
যেন অজ্ঞানত নৰে বিষ খাই মৰে ॥
সংশয় কৰাহা জানো এহি কথা শুনি ।
পুৰাণত প্ৰমাণ লৈয়োক মনে গুণি ॥১৩৩

কৃষ্ণৰ কিঙ্কৰে যে গোবিন্দ মিশ্ৰে কয় ।
অজ্ঞানক পিসন্তে পৰ্ব্বত ভৈল ক্ষয় ॥
কৃষ্ণ যে সুহৃদ সখা প্ৰিয় গুৰু জানি ।
ৰামকৃষ্ণ ৰামকৃষ্ণ বুলিয়োক বাণী ॥১৩৪

( দ্বাদশ অধ্যায় সমাপ্ত )

---

# ত্ৰয়োদশ অধ্যায়

## ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞবিভাগ যোগ

### পদ

পুনৰপি কৃষ্ণৰ চৰণে নমস্কাৰ।
পঙ্কজ চৰণ প্ৰকাশিত আছে যাৰ॥
কল্পতৰু বৃক্ষ যেন আত্ম-পৰ নাই।
বাঞ্ছিল মাত্ৰকে যাকে খোজে তাকে পাই॥৯৩৫
কৃষ্ণৰ ভক্তিৰ জানিবাহা সেহি মত।
অধমো তৰয় ভজি ঘোৰ সংসাৰত॥
পুণ্যৱন্ত পাপী ভজয় দুইবো একে সীমা।
কৃষ্ণৰ ভকতি তত্ত্ব অপূৰ্ব্ব মহিমা॥৯৩৬
জনক আছিলা পূৰ্ব্বে মিথিলা নগৰে।
ভক্তিৰ বশত কৃষ্ণ গৈলা তাৰ ঘৰে॥
বসিবাক লাগি দিলা দিব্য সিংহাসন।
নানাবিধ উপহাৰে অৰ্চ্চিলা চৰণ॥৯৩৭
ৰাজ্য ধন ভাণ্ডাৰ যে পুত্ৰ ভাৰ্য্যা যত।
আপোনাকো অৰ্পিলন্ত কৃষ্ণ চৰণত॥
ভক্তিৰ প্ৰেমত থাকি আনন্দিত ভৈলা।
নগৰ সহিতে বলি বৈকুণ্ঠক গৈলা॥৯৩৮

আৰো শ্ৰুতদেৱ নামে আছিল ব্ৰাহ্মণ।
তাহাৰ গৃহক লাগি গৈলা নাৰায়ণ।
কুশৰ আসন দ্বিজে দিলা ততিক্ষণ॥১৩৯
ভাঙ্গা কমণ্ডলু জলে পাৱ পখালিলা।
স্নান কৰিবাক লাগি মন্দ জল দিলা॥
গুথান তুলসী অৰ্চ্চি দিল আমলকী।
কৃষ্ণে হাত পাতি লৈলা পৰম হৰিষি॥১৪০
প্ৰদক্ষিণে নামি পাচে দণ্ডৱতে পৰি।
আনন্দে নাচয় দ্বিজ কৃষ্ণক জুহাৰি॥
হাত মেলি আনি কৃষ্ণে কোলে তুলি লৈলা।
ঘনকত কৰি শতগুণে স্নেহ ভৈলা॥১৪১
গলে ধৰি কৃষ্ণে কৰিলন্ত শিৰ ঘ্ৰাণ।
ব্ৰাহ্মণক প্ৰিয়বাক্য বোলে ভগৱান॥
তুমি ভক্তি প্ৰেমে তুষ্ট কৰিলাহা মোক।
কিবা দিবো খুজি নাহি পাওঁ তিনিলোক॥১৪২
এবে হেন দ্বিজ মই মনে আলোচিলো।
ভক্তিত বিক্ৰয় গৈয়া আপোনাক দিলো॥
হেনয় কৃষ্ণৰ দুই পঙ্কজ চৰণ।
কায় বাক্য মনে মই পশিলো শৰণ॥১৪৩
অৰ্জ্জুনৰ শোক দেখি দ্বিতীয় অধ্যাত।
সাংখ্যযোগগোট কৃষ্ণে কহিলা সাক্ষাত॥

সাংখ্য যোগ জ্ঞান সুবুজিলা ধনঞ্জয়।
প্ৰকৃতি পুৰুষ ভেদ ত্ৰয়োদশে কয়।১৪৪
দ্বাদশ অধ্যায়ত কৃষ্ণে কহিলা সম্প্ৰতি।
জ্ঞান ভক্তি কৰি দুয়ো পন্থে পাৱে গতি॥
কিন্তু জ্ঞানীজন পন্থ চিন্তে নিৰাকাৰ।
ভক্তে অনায়াসে সুখে তৰয় সংসাৰ॥১৪৫
ভক্তিৰ সাধনা যত কহিলোহো তত্ত্ব।
ত্ৰয়োদশ অধ্যায়ত কৰিবো বেকত॥
কিন্তু আত্মজ্ঞান বিনে নতৰে সংসাৰ।
জ্ঞাৰ ভেদ কহো যেন প্ৰকৃতি পুৰুষৰ॥১৪৬
সপ্তমে কহিলা দুই প্ৰকৃতি প্ৰত্যেক।
পৰা এক প্ৰকৃতি অপৰা আৰ এক॥
দুয়ো প্ৰকৃতিৰ স্বভাৱ যত গুণ।
তাহাৰ লক্ষণ ব্যৱস্থাক কহো পুন॥১৪৭
শৰীৰক অপৰা প্ৰকৃতি বুলি কয়।
জীৱে পৰা প্ৰকৃতি জানিবা ধনঞ্জয়॥
যেহি দেহ সেহি ক্ষেত্ৰ তুমি জানিয়োক।
জীৱকে ক্ষেত্ৰজ্ঞ বুলি কহে সৰ্ব্বলোক॥১৪৮
দেহে ক্ষেত্ৰ জানিবা জীৱন ভোগ্য স্থান।
ক্ষেত্ৰ ক্ষেত্ৰজ্ঞৰ যোগে সৃষ্টি প্ৰবৰ্ত্তন॥
সেহি দেহে থাকি জীৱ অহঙ্কাৰে বদ্ধ।
যদ্যপি ঈশ্বৰ অংশ তভো হোৱে অন্ধ॥১৪৯

দেহে ক্ষেত্ৰ জীৱকে ক্ষেত্ৰজ্ঞ বুলি জানে।
জীৱ শৰীৰক যিটো ভিন্ন কৰি মানে ॥
তাৰ নাম দেহাত্মা বিবেক তত্ত্বজ্ঞান।
মোহোৰ সম্মত ইহা সংসাৰ তৰণ ॥৯৫০
দেহগোটে ইটো যে চৌবিশ তত্ত্ব মিলি।
ইহাঙ্ক জানিলে লোক ক্ষেত্ৰবিদ বুলি ॥
দেহে যায় জীৱ যদি ভৈলা উপগত।
তেবেসে চৈতন্য হোৱে মহাদাদি তত্ত্ব ॥৯৫১
তিনি গুণে থাকি কৰ্ম্মেন্দ্ৰিয় প্ৰৱৰ্ত্তয়।
মিছা অহঙ্কাৰে জীৱ তাতে বন্ধ হয় ॥
জীৱ পৰমাত্মা বেদে একে নিৰূপয়।
তত্ত্বমসি বাক্যে জীৱ ঈশ্বৰক কয় ॥৯৫২
এহিমতে জীৱ বন্ধ কহিলো প্ৰকাৰ।
যেনমতে মুক্ত হয় কহো পুনৰ্ব্বাৰ ॥
তাক কৰ্ম্ম বুলি যি কৰ্ম্মত বন্ধ নোহে।
তাক বিদ্যা বুলি যিটো নিবৃত্তিক কহে ॥৯৫৩
শাস্ত্ৰক পঢ়িয়া জ্ঞান ভক্তি নাহি যাৰ।
পঢ়িয়া পণ্ডিত নোহে যেন শিল্পকাৰ ॥
পঢ়িলে বস্তুক জানি হোৱে শুদ্ধচিত্ত।
পঢ়িবাক লাগে শাস্ত্ৰ জ্ঞানৰ নিমিত্ত ॥৯৫৪
বিষয়ক নিৰোধিলা ইন্দ্ৰি বুদ্ধি মন।
একান্ত বিশ্বাস কৰি ভজে নাৰায়ণ ॥

প্ৰবৃত্তিক এৰি কৰ্ম্মে কৰে নিবৃত্তিক।
ঈশ্বৰে বিশ্বাস যাৰ সেহিসে পণ্ডিত ॥৯৫১
ক্ষেত্ৰ বুলি দেহক যে কহিলোহো আগ।
ক্ষেত্ৰজ্ঞৰ মৰ্ম্ম কহো শুনা মহাভাগ ॥
দেহগোট জড় কিন্তু কৰ্ম্ম কহো তাৰ।
ইন্দ্ৰি সমে যেনমতে হোৱয় বিকাৰ ॥৯৫৬
ঈৰ্ষা দ্বেষ সুখ দুখ দেহত আছয়।
প্ৰকৃতি পুৰুষ যোগে যেনমতে হয় ॥
যেনমতে উত্তম মধ্যম কতো হীন।
স্থাৱৰ জঙ্গম ৰূপে হুয়া আছে ভিন্ন ॥৯৫৭
ক্ষেত্ৰজ্ঞৰ ঐশ্বৰ্য্য যে অচিন্ত্য প্ৰভাৱ।
সংক্ষেপে কহিবো তাক শুনিয়ো পাণ্ডৱ ॥
তাতো তুমি হেন যদি বোলা ধনঞ্জয়।
তুমি অল্প কহা তেবে বহু কোনে কয় ॥৯৫৮
বশিষ্ঠাদি ঋষিগণে কহয় বিস্তাৰ।
ধ্যান ধাৰণাত যে বৈৰাগ্য পুৰুষৰ ॥
নিত্য নৈমিত্তিক নানা দেৱতাৰ ভেদ।
পূজা বিধি ভাৱে বিস্তৰ কহে বেদ ॥৯৫৯
ব্ৰহ্মসূত্ৰে ব্ৰহ্মক যে বুজাৱে সাক্ষাত
যদি ব্ৰহ্ম নাহি প্ৰাণী কাত হন্তে জাত ॥
কাৰণ নভৈলে তাৰ কাৰ্য্য নোহে সত্য।
যেন কুম্ভকাৰ বিনে ঘট পাইবা কৈত ॥৯৬০

ব্ৰহ্মপদে স্বৰূপ ব্ৰহ্মক লক্ষি কহে ।
অসত্ত্ব বস্তুত সত্ত্ব কতু জাত নোহে ॥
সত্ত্বৰূপে প্ৰকাশিত আছয় জগত ।
জগত কাৰণ ব্ৰহ্ম আছয় পূৰ্ব্বত ॥১৬১
এহিমতে বিস্তৰ যে কহিলা পূৰ্ব্বত ।
মই পুনু অল্প কৰি কহিলো সাম্প্ৰত ॥
পৃথ্বী অপ্ তেজ বায়ু আকাশ অপৰ ।
ৰূপ গন্ধ স্পৰ্শ শব্দ তন্মাত্ৰৰ ॥১৬২
জ্ঞানেন্দ্ৰিয় কৰ্ম্মেন্দ্ৰিয় মহদহঙ্কাৰ ।
মন বুদ্ধি চেতনা প্ৰকৃতি নাম তাৰ ॥
চৌবিশ তত্ত্বক জানা কহে ভূতগ্ৰাম ।
সবে একঠাই ভৈলে তাৰ দেহ নাম ॥১৬৩
সুখ দুখ ঈৰ্ষা দ্বেষ ভয় যে অভয় ।
সকলে মনৰ ধৰ্ম্ম আত্মাৰ নহয় ॥
মনৰ ধৰ্ম্মক জীৱে মানে আপোনাত ।
আপোনাকো নজানয় থাকি অবিদ্যাত ॥১৬৪
মই সুখী দুখী বুলি কৰে অহঙ্কাৰ ।
এহিমতে জীৱবৰ্গ নেৰাৱে সংসাৰ ॥
সংসাৰী হোৱয মুক্ত শুনা কহো কথা ।
যিমতে এৰাৱে বন্ধ কৰিলো ব্যৱস্থা ॥১৬৫
ঈশ্বৰক নভজিলে নতৰে সংসাৰ ।
ভজিব যিমতে যে সাধন কহো তাৰ ॥

অমানিত্ব আদি কৰি কুৰিটা প্ৰকাৰ।
পৰম উপায় জানা ভক্তি সাধিবাৰ ॥৯৬৬
যাক বোলে অমানিত্ব কথা কহো তাৰ।
গুণক প্ৰশংসা নকৰিবা আপোনাৰ ॥
চাতুৰ্ম্মাস্য কৰো বুলি মৎস্য মাংস খায়।
নখ দাড়ি বঢ়াই ফুৰে লোকক দেখাই ॥৯৬৭
এমুৱা লোকক ধৰ্ম্মধ্বজী বোলে লোক।
সেহিগোট দণ্ড কিন্তু তাক এৰিয়োক ॥
কদাচিতো নকৰিবা পৰৰ পীড়াক।
অহিংসা নিশ্চয়ে বুলি জানিবাহা তাক ॥৯৬৮
পৰে ভাৰ মন্দ বুলি কৰে তিৰস্কাৰ।
সহিতে পাৰয় যদি ক্ষমা নাম তাৰ ॥
তাক ধৈৰ্য্য বুলি স্বধৰ্ম্মক নিষ্ঠা কৰে।
আৰ্জ্জব বুলিব তাক বক্ৰভাৰ এৰে ॥৯৬৯
সেৱা কৰিবেক সদগুৰু চৰণত।
আছোক কপটবুদ্ধি নাহি সপোনত ॥
বাহ্য শুদ্ধি কৰিবেক মাটি পানী লই।
ৰাগ নাথাকিলে অভ্যন্তৰ শুদ্ধি হুই ॥৯৭০
বিষয়ত ইন্দ্ৰিয়ৰ বৈৰাগ্য মিলন।
জন্ম মৃত্যু দুখে সংসাৰত হৈবে ভয় ॥
মনৰ নিয়মে হৈব দেহৰ সংযম।
সুখ দুখ যদি হোৱে তাতো হৈবে সম ॥৯৭১

ভাৰ্য্যা পুত্ৰ গৃহত স্নহিকে আসকতি।
ঈশ্বৰ পদাৰবিন্দে নছাৰিবে মতি॥
দেহত গেহত যে বৈৰাগ্য হয়ে তাৰ।
মই সুখী দুখী এৰিবেক অহঙ্কাৰ॥১৭২
আন কিছু নজানয় মই মাত্ৰ সাৰ।
মোত মাত্ৰ ভক্তি কৰে এৰি ব্যভিচাৰ॥
নিৰ্জ্জন স্থানত চিন্তে মোত দিয়া মতি।
গ্ৰাম্য জন সঙ্গে কথা নুফুৰয় ৰতি॥১৭৩
আত্মাৰ চিন্তনে শুদ্ধ কৰিলেক মন।
ব্ৰহ্মপৰ হৈয়া কৰে মোক্ষৰ অৰ্চ্চন॥
অমানিত্ব আদি কৰি কুৰিটা সাধন।
আত ব্যতিৰেক যত সকলো অজ্ঞান॥১৭৪
মইসে জ্ঞানৰ যে সাধন অনুভাৱে।
আত্মাক জানিবে মাত্ৰ মোক্ষ গতি পাৱে॥
যাক বুলি ব্ৰহ্ম তাৰ আদি অন্ত নাই।
বিধিমুখে এহি বেদ কহন নাযায়॥১৭৫
নিষেধৰ মুখে ব্ৰহ্ম নিগমে কহয়।
ব্ৰহ্মৰ বিস্তৰ শক্তি স্বভাৱে এনয়॥
স্বৰূপত নিৰাকাৰ নাহিকে যে ব্যয়।
যিমতে ব্যাপিয়া আছো শুনা ধনঞ্জয়॥১৭৬
হস্ত পদ শিৰ মুখ কৰ্ণ গুহ্য সাখি।
কটি পেট উৰু সৰ্ব্ব তাত আছে ঢাকি॥

যেবে থাকে সর্ব্বেন্দ্রিয় বিষয়ত থিত।
যেবে নাহি হস্ত পাদ দেহা বিবর্জিত ॥১৭৭
হস্ত পদ নৈভিলেয়ো ধৰিয়া আনয়।
নাহি চক্ষু তথাপিও দেখিতে পাৰয় ॥
নাহি কর্ণ তথা শব্দ শীঘ্রে শুনে পুনু।
যদি নিৰাকাৰ তভো ধৰে নানা তনু ॥১৭৮
যদ্যপি অসঙ্গ তভো সংসাৰক তৰে।
স্বভাৱে নির্গুণ সদা গুণ ভোগ কৰে॥
যেন আকাশত বায়ু সর্ব্বত্র আছয়।
বায়ু আকাশৰ তভো সংযোগ নহয় ॥১৭৯
সেহিমতে সবাহাৰ বাহ্য অভ্যান্তৰ।
ব্যাপিয়া আছয় সবে যত চৰাচৰ ॥
নাম ৰূপ নাহি যাৰ অতি সূক্ষ্মতৰ।
দুখে নজানয় তাক মন অগোচৰ ॥১৮০
অভক্তৰ সম্বন্ধে হে দূৰ অতিশয়।
জ্ঞানীজনে সর্ব্বদায়ে হৃদিত দেখয় ॥
কাৰণ স্বৰূপে ভিন্ন নাহিকে ব্রহ্মাৰ।
কার্য্যৰূপে ভিন্ন দেখে সত চৰাচৰ ॥১৮১
একে সুবর্ণৰ যেন নানা অহঙ্কাৰ।
কার্য্যৰূপে কঙ্কণ কুণ্ডল মণি হাৰ ॥
যাবে বুদ্ধিভেদ থাকে বোলে তাক হাৰ।
ভাঙ্গিলে কুণ্ডল গুচে সুবর্ণেসে সাৰ ॥১৮২

ব্রহ্মৰূপে স্রজে বিষ্ণুৰূপ ধৰি পালে।
ৰুদ্ৰৰূপে সংহাৰ কৰয় অন্তকালে ॥
চন্দ্ৰ সূৰ্য্য বহ্নি তাৰা বিদ্যুত আকাশ।
যাহাৰ জ্যোতিৰ বলে কৰয় প্ৰকাশ ॥১৮৩
জ্ঞানৰ যে গম্য নজ্ঞানয় একোমতে।
অন্তৰ্য্যামী ৰূপে আছে সবাৰে হৃদিতে ॥
মোহোত ভকতি যিটো এহি ভাৱে।
মোহোৰ স্বৰূপ হৈয়া মহাপদ পাৱে ॥১৮৪
ক্ষেত্ৰ ক্ষেত্ৰজ্ঞৰ যে প্ৰপঞ্চ যত যত।
সংক্ষেপে তোমাত মই কহিলো সমস্ত ॥
ইদানিক কহো তাৰ যিমত বিকাৰ।
পুৰুষৰ প্ৰভাৱ লক্ষণ শুনা তাৰ ॥১৮৫
কৃষ্ণে বোলে আৰ ভেদ শুনিয়ো অৰ্জ্জুন।
প্ৰকৃতি পুৰুষ যে অনাদি দুয়োজন ॥
অনাদি ঈশ্বৰ সদা পূৰ্ণ ব্ৰহ্মময়।
তাহাৰ শকতি মাত্ৰ অনাদি বোলয় ॥১৮৬
বিষয়ক পায়া ইন্দ্ৰি হোৱয় বিকাৰ।
গুণৰ ইচ্ছায়ে সুখ দুখ হোৱে তাৰ।
জন্ম মৃত্যু হৈয়া কৰে যাতায়ত গতি।
সবাৰো কাৰণ পুনু জানিবা প্ৰকৃতি ॥১৮৭
যদ্যপি স্বৰূপে হোৱে অচেতন মায়া।
তথাপি চৈতন্য হোৱে পুৰুষক পায়া ॥

যদি বোলা জীৱ অধিকাৰ স্বৰূপত।
সুখ দুখ ভোগ তাৰ ঘটে কেনমত ॥১৮৮
গুণে থাকি ইন্দ্রি কর্ম্ম প্রৱর্ত্তয় তাৰ।
মই কৰো বুলি জীৱে কৰে অহঙ্কাৰ॥
প্রকৃতিৰ গুণ সঙ্গে অবিদ্যাৰ যোগ।
সিকাৰণে জীৱে কৰে সুখ দুখ ভোগ ॥১৮৯
ধেনুৰ বাটক বৎসে যেন মুখে হয়।
বৎস ধেনু যোগে দুগ্ধ আপুনি স্রৱয়॥
তমোগুণে নৰ যেন আছে নিদ্রা যায়।
বৰ দুখ পাৱয় স্বপনত বাঘে খায় ॥১৯০
স্বপন গুচিলে ভয় নিদ্রা দূৰে যায়।
অজ্ঞানত জীৱ বন্ধ জ্ঞান পক্ষে নাই॥
জীৱ ঈশ্বৰৰ ভিন্ন নুহি দুয়ো একে।
উপাধিত থাকি লোকে ভিন্ন কৰি দেখে ॥১৯১
আকাশে উদিত চন্দ্র আছে যেন নয়।
চন্দ্র প্রতিবিম্ব লোকে জলত দেখয়।
জল হইতে দূৰ ভৈলে প্রতিবিম্ব নাই।
জীৱ বন্ধ মুক্ত হয় আত্মজ্ঞান পাই ॥১৯২
জীৱৰ জন্মক দেখা যত ত্রিজগত।
স্বৰূপত মিছা কিন্তু গুণৰ লগত।
যিটো আত্মা সবাহাতে সাক্ষী অন্তর্য্যামী।
ভর্ত্ত ভোক্তা মহেশ্বৰ ব্রহ্মাণ্ডৰ স্বামী ॥১৯৩

কাৰণৰো কাৰণ যে প্ৰকৃতিক পৰ।
এহিমতে বিষ্ঠাৰূপে জানে যিটো নৰ॥
তাৰ সিধি নিষেধ লঙ্ঘনে দোষ নাই।
এহি দৃঢ় জ্ঞানে যে পৰম গতি পাই॥১১৪
কত যোগী আত্মা চিন্তি মন কৰে লয়।
প্ৰকৃতি পুৰুষ ভেদ কত সাংখ্যে কয়।
কতেক অষ্টাঙ্গ কৰি দেখে যোগমতে।
কত পায় কৰ্ম্ম কৰি অৰ্পি ঈশ্বৰত॥১১৫
অতি মূৰ্খমতি সিটো কিছু নজানয়।
তাহাৰ উপায় কহো যিমতে তৰয়॥
শ্ৰদ্ধা কৰি গুৰু সেৱা কৰিব নিবিড়।
গুৰু উপদেশত বিশ্বাস কৰি থিৰ॥১১৬
সদায়ে কৰিব মোৰ শ্ৰৱণ-কীৰ্ত্তন।
এহিমতে ভক্তি হোৱে অনন্য শৰণ॥
মনে সেৱে সদা মোৰ পদাৰবিন্দক।
এহিমতে সুখে সিটো তৰে সংসাৰক॥১১৭
চতুৰ্থ পঞ্চম আৰু তৃতীয় অধ্যাত।
কৰ্ম্মযোগ সমুদায় কহিলো সাক্ষাত॥
ষষ্ঠ অষ্টমত ধ্যান কহিলো প্ৰকাৰ।
সাংখ্য জ্ঞান মতখানি কহো পুনৰ্ব্বাৰ॥১১৮
স্থাৱৰ জঙ্গমৰূপে চৰাচৰ যত।
ক্ষেত্ৰ ক্ষেত্ৰজ্ঞৰ জ্ঞান হোৱে অজ্ঞানত॥

যিমতে অজ্ঞানে থাকি সংসাৰ তৰয় ॥
তাহাৰ প্ৰপঞ্চ কহিলোহো সমুদায় ॥৯৯৯
আৰো আনন্দত যেনমতে পাৱৈ মোক।
দুয়োটা প্ৰকাৰ কহো তাক শুনিয়োক ॥
সংসাৰত যত আছে স্থাৱৰ জঙ্গম।
ঈশ্বৰ বুদ্ধিয়ে সবাহাতো হৈবে সম ॥১০০০
যিটো দেখে আত্মৰূপে সবাহাতো স্থিত।
জানি ভূত দ্ৰোহ নকৰিবা কদাচিত ॥
পৰে দুখ পাইলে দুখ মানে আপোনাক।
সেহিজন মুক্ত হোৱে জানিবা সাক্ষাত ॥১০০১
আৰ সংসাৰত প্ৰাণী যতেক আছয়।
প্ৰলয় কালত প্ৰকৃতিত হোৱে লয় ॥
সৃষ্টিকালে প্ৰকৃতিত হোৱয় বিস্তৰ।
এহিখানি জানি ব্ৰহ্মভাৱ লভে নৰ ॥১০০২
যদি বোলা ধৰ্ম্ম কৰে গুণ অনুক্ৰম।
বিষয়ত থাকি কিমতে হৈবে সম ॥
প্ৰকৃতিৰ কাৰ্য্য জানিবাহা তিনি গুণ।
বিষয়ক প্ৰৱৰ্ত্তয় ইন্দ্ৰি লৈয়া পুন ॥১০০৩
আত্মা'ক অকৰ্ত্তা বুলি জানে যিটো নৰ।
সেহিসে সবাত সম হোৱে মোক্ষপৰ ॥
প্ৰকৃতিত আদি কৰি কাৰণ যতেক।
ব্ৰহ্মভাৱ কৰিয়া সবাতে দেখে এক ॥১০০৪

আপোনাত দেখে প্ৰাণী যত চৰাচৰ।
সবাতে দেখয় আপোনাকো নিৰন্তৰ॥
যেহেন আকাশ দেখা সৰ্ব্বতে আছয়।
পঙ্কতে আকাশ আছে পঙ্কে লিপ্ত নয়॥১০০৫
সেহিমতে আত্মা দেহে আছে অৱস্থিত।
তভো কৰ্ম্মৱন্ধে নপাৱয় কদাচিত॥
যিটো জনে প্ৰাণীৰ যে দ্ৰোহক আচৰে।
কাটি মাৰি আপোনাৰ প্ৰাণ তৃপ্তি কৰে॥১০০৬
মাৰিয়া নৰক ভুঞ্জে অসুৰ জন্ম পাই।
পাচে ব্যাঘ্ৰ সৰ্প হৈয়া ক্ষুৰে মাংস খাই॥
আত্মা সাক্ষীৰূপে অকৰ্ত্তা স্বৰূপত।
যাহাৰ প্ৰকাশে হোৱৈ চৈতন্য জগত॥১০০৭
যেহেন আদিত্য প্ৰকাশক পায়া নৰ।
কৰ্ম্মতে প্ৰৱৰ্ত্তে নানা সেহি পটন্তৰ॥
জীৱন দেহাত প্ৰকাশয় সেহি ঠান।
যাহাৰ প্ৰকাশে ইন্দ্ৰি প্ৰৱৰ্ত্তয় প্ৰাণ॥১০০৮
জীৱ এবিলাতো দেহে কিছু চেষ্টা নাই।
ভাৰ্য্যা পুত্ৰ শব বুলি তেখনে এৰয়॥
ক্ষেত্ৰ ক্ষেত্ৰজ্ঞৰ যে প্ৰপঞ্চ যত যত।
পূৰ্ব্বাপৰে তাক মই কহিলো সমস্ত॥১০০৯
এহি জ্ঞান চক্ষু সখি ভৈলা যি জনৰ।
সেহিসে পৰম সাধু ভৈলা মোক্ষপৰ॥

কহয় গোবিন্দ মিশ্রে গীতা সমুদ্ৰত ।
সাঙ্গে তল গৈলো ত্ৰয়োদশ অধ্যায় ॥১০১০
কিন্তু গুৰু চৰণৰ নৌকা মনে ধৰি ।
চৰণত কৃপা আশে চাপিলো কাষৰি ॥
কৃষ্ণে আপোনাৰ মুখে কহিলন্ত গীতা ।
হেন জানি বিষয় এৰিয়ো আন চিন্তা ॥১০১১
মনৰ সংশয় মানে সবে পৰিহৰি ।
বিলম্ব নকৰি ডাকি বোলা হৰি হৰি ॥

( ত্ৰয়োদশ অধ্যায় সমাপ্ত )

# চতুৰ্দ্দশ

## গুণত্ৰয় বিভাগ যোগ

### পদ

মোৰ হৃদয়ত গুৰু কৃষ্ণক সুমৰো ।
চৰণত ধৰি কোটি নমস্কাৰ কৰো ।
গোচৰেক কৰোহো হেৰা দণ্ডৱত কৰো ।
কোন বুদ্ধি কৰি ঘোৰ সংসাৰত তৰো ॥১০১৩
তোমাক নস্মৰো অৰ্শ সঞ্চয়ক কৰো ।
ভাৰ্য্যা পুত্ৰ সঙ্গে কৰো শিস্নোদৰ ভৰো ॥
জন্ম মৃত্যু হৈয়া পুনু পুনু দুখ পাই ।
নেদেখে উপায় আন তোমাত বিনায় ॥১০১৪
মৰো তিনি তাপে পৰি দিয়া পদছায়া ।
তোমাক এৰিলো দুষ্ট সংসাৰে মজিয়া ॥
এবে নেৰো পাৰ দেৱ নাথ যদুৰায় ।
ছাৰি মায়া বন্ধন চৰণে কৰা দায় ॥১০১৫
কৃপালু দয়ালু স্বামী তুমি অন্তৰ্য্যামী ।
নীচ মন্দমতি কামী অপৰাধী আমি ॥
কাৰো প্ৰণিপাত পৰি ত্ৰাহি জগন্নাথ ।
তুমি দাতা ভোক্তা যে ৰক্ষক পৰমাৰ্থ ॥১০১৬

এবে হেন কৰা নাথ দেৱ দামোদৰ।
মোৰ কেশে ধৰি নিয়া পদে বন্দী কৰ॥
তুমি বিনে মই যেন নজানোহো আন।
শৰণে পশিলো ৰক্ষা কৰা ভগৱান॥১০১৭
কৃষ্ণে বোলে ধনঞ্জয় শুনা মোৰ কথা।
চতুৰ্দ্দশে কহিলোহো গুণৰ ব্যৱস্থা॥
পূৰ্ব্বে কহিলোহো ত্ৰয়োদশ অধ্যায়ত।
প্ৰকৃতি পুৰুষ যোগে চৰাচৰ যত॥১০১৮
প্ৰকৃতি পুৰুষ দুই জন স্বতন্ত্ৰৰ।
যেনমতে তাৰ হাত এৰাইবোহো নৰ॥
সংসাৰ বিচিত্ৰ হেন হোৱে গুণবশে।
তাহাকে প্ৰপঞ্চি কহিবোহো চতুৰ্দ্দশে॥১০১৯
আৰ গোপ্যজ্ঞান কহো পৰম উত্তম।
জ্ঞানে তপে কৰ্ম্মে যোগে যাক নোহে সম॥
বিজ্ঞানক জানি ঋষিগণে পাইলা পাৰ।
শুনিয়োক কহো জ্ঞান ৰহস্যৰ সাৰ॥১০২০
যাহাক জানিলে জন্ম মৃত্যু নাহি আৰ।
সদৃশ গতিক পায়া তৰয় সংসাৰ॥
কৃতকৃত্য হোৱৈ মোৰ স্বৰূপক পাই।
প্ৰলয়ৰ দোষে তাক চুয়ো যে নাপায়॥১০২১
আন যত লোকেসে মোহোত হোৱৈ লয়।
কল্লান্তেয়ো ভক্তসবে মোতে প্ৰবেশয়॥

অনাদি প্ৰকৃতি তাৰ নাহি পৰিচ্ছিন্ন।
সৃষ্টিৰ কাৰণে তাক কহে কৰি ভিন্ন ॥১০২২
পুৰুষ প্ৰকৃতি দুয়ো ঈশ্বৰ অধীন।
যাৱদেকে ঈশ্বৰ প্ৰকৃতি তাৱে ভিন্ন ॥
প্ৰকৃতিৰ গুণে ব্যাপি আছয় সকলে।
সিকাৰণে প্ৰকৃতিক মহদ্ ব্ৰহ্ম বোলে ॥১০২৩
প্ৰকৃতি সবাৰো মাতা উৎপত্তিৰ স্থান।
মই বীৰ্য্যদাতা পিতা কৰো গৰ্ভাধান ॥
পুৰুষ প্ৰকৃতি যেবে সংযোগ হোৱয়।
ব্ৰহ্মা আদি চৰাচৰ সব জনময় ॥১২০৪
যদ্যপি চিদংশে জীৱ শুদ্ধ অধিকাৰ।
দেহে থাকি তথাপিতো সুখ দুখ তাৰ ॥
প্ৰকৃতি কাৰণ হন্তে সবে তিনি গুণ।
গুণে বন্ধ সংসাৰক জানিবা অৰ্জ্জুন ॥১০২৫
প্ৰকৃতি বোলয় যাক শুনা মহামতি।
গুণ সাম্য ভৈলে তাক বোলয় প্ৰকৃতি ॥
যতেক কাৰণ তাৰ কাৰণ ঈশ্বৰ।
এবে শুনিয়োক সখি ব্যৱস্থা গুণৰ ॥১০২৬
সবাত প্ৰধান সত্ত্বগুণ আতিশয়।
নিৰ্ম্মল স্ফটিক যেন জ্যোতি প্ৰকাশয় ॥
সত্ত্ব গুণে সত্ত্বশুদ্ধি কৰে পুৰুষৰ।
জ্ঞান ভক্তি দুহাকো সাধয় নিৰন্তৰ ॥১০২৭

নাহি উপদ্ৰৱ তভো সত্ত্বগুণ জৰি।
জ্ঞানপথে সুখ সঙ্গে বান্ধে দৃঢ় কৰি॥
কৰ্ম্মপৰ সুখময় ঘোৰ ৰজোগুণে।
ভোগ ঐশ্বৰ্য্যক সাধে বিষয়ক মনে॥১০২৮
দুখ কৰ্ম্মে বন্ধ হৈয়া ৰজো গুণে নৰে।
ৰাত্ৰি দিনে সংসাৰত কৰ্ম্ম কৰি মৰে॥
যেন লোভে মৎস্য বৰশীৰ টোপ খাই।
বৰশী বেদনা দুখে পাচে প্ৰাণ যায়॥১০২৯
সেহিমতে ৰজোগুণ দুখ কৰ্ম্মপথ।
অল্প সুখ ভোগ অৰ্থে পৰে নৰকত॥
তমোগুণগোট সখি কেৱল অজ্ঞানা।
মোহ অহঙ্কাৰ যে দুই চক্ষু কাণা॥১০৩০
নিদ্ৰালস্য প্ৰমাদতে আৰ যে পৈশুন্যে।
তাতে দৃঢ় কৰি বান্ধে ঘোৰ তমোগুণে॥
হিংসা তমোগুণগোট নৰকৰ দ্বাৰ।
যেন শিলা তল গৈলে নুঠে আৰবাৰ॥১০৩১
তিনি গুণ কাৰ্য্যৰ যেহেন পৰিচ্ছেদ।
গুণৰ লক্ষণ অনুক্ৰমে শুনা ভেদ॥
স্বভাৱতে শোক মোহ আছে পুৰুষৰ।
তভো দুখ খণ্ডি সত্ত্ব গুণ সুখকৰ॥১০৩২
ৰজো গুণে কৰ্ম্ম কৰে সুখ বাঞ্ছি নৰ।
সুখৰ নাহিকে লেখ দুখ ঘোৰতৰ॥

ৰাত্ৰি দিনে তমো গুণে হিংসা কৰ্ম্ম কৰে।
যেন এক কাণা অন্ধকূপে পৰি মৰে ॥১০৩৩
মহাজনে উপদেশ দেয় পাকে জাকে।
কৰ্ণে নুশুনয় আৰো মন্দ বোলে তাকে ॥
তিনিগুণ কাৰ্য্যৰ কহিলো ভাৱে ভাৱে।
এবে শুনা যেনমতে গুণ সাম্য কৰে ॥১০৩৪
ৰজো তমো গুণক হে দুইকো কৰি নাশ।
তেবে সত্ত্ব গুণ আসি হোৱন্ত প্ৰকাশ ॥
যেৱে সত্ত্ব তমো গুণ কৰি পৰিহাৰ।
তেবে আসি ৰজো গুণ ব্যক্ত হোৱে তাৰ ॥১০৩৫
যি বেলাত সত্ত্বে ৰজো গুণক আবৰে।
তেবে তমো গুণ আসিবেক কেন কৰে।
কৃষ্ণে বোলে শৰীৰৰ নৱগোটা দ্বাৰ।
দ্বাৰত চিনয় তাৰ গুণৰ প্ৰকাৰ ॥১০৩৬
হস্ত পদ লিঙ্গ গুহ্য বাক্য কৰ্ণ ঘ্ৰাণ।
চক্ষুসে ইন্দ্ৰিয় এহি দ্বাৰ নৱখান ॥
তিনি গুণ কাৰ্য্যক যাহাৰ যেন লক্ষ।
যেন গুণ যেন কৰ্ম্ম শুনা কহো সখি ॥১০৩৭
কৰ্ণে শুনে হৰিকথা মুখে নাম স্মৰে।
দুইখান হস্তে ঈশ্বৰৰ কৰ্ম্ম কৰে ॥
মনে চৰণক চিন্তে নজানয় আন।
চক্ষু পৰস্ত্ৰীক দেখি কৰে মাতৃজ্ঞান ॥১০৩৮

পুত্ৰআশে ঋতুকালে আপোন ভাৰ্য্যাত।
ভাৰ্য্যা বিনে আনত নকৰে বিন্দুপাত॥
নৱ দ্বাৰে এহিমতে চিহ্ন আছে যত।
সিজনত সত্ত্বগুণ আছয় সাক্ষাত॥১০৩৯
অপ্ৰাপ্য বস্তুৰ অভিলাষ কৰে বৰ।
উচ্চ নীচ কৰ্ম্ম কৰি দুখ পাৱে ঘোৰ॥
বোলে কিছু ধন আছে আৰো কিছু হৌক।
পাইলে মোহ হোৱয় নপাইলে কৰে শোক॥১০৪০
সঙ্কল্প কৰিয়া কৰ্ম্ম কৰে যিটো জন।
ৰজোগুণ জানা সখি এতেক লক্ষণ॥
নাহিকে প্ৰকাশ যাৰ বিবেক ৰহিত।
আপোনাক স্বধৰ্ম্ম সঙ্কল্প বিবৰ্জ্জিত॥১০৪১
ব্ৰত দান হোম শ্ৰাদ্ধ কুতপৰ বেলা।
তাত নিদ্ৰা গৈয়া থাকে কৰি অৱহেলা॥
নিকটে আছয় তীৰ্থ আলাসে নাযায়।
খাবৰ বেলাত স্নান কৰে পানী খায়॥১০৪২
নিদ্ৰালস্য মিছা তাত নিবেশিয়া চিত্ত।
যিবা পূজা অৰ্চ্চা কৰে আৰো নাহি থিত॥
প্ৰমাদে নেৰয় তাক নাহি সাৱধান।
তমোগুণীয়াৰ জানা এতেক লক্ষণ॥১০৪৩
তিনিগুণে থাকি মৰি পাৱে যিটো লোক।
কাৰ কোন স্থান অনুক্ৰম শুনিয়োক॥

এক সত্ত্ব গুণগোট ত্ৰিবিধ প্ৰকাৰ।
উত্তম মধ্যম কতো অধম আচাৰ॥১০৪৪
উত্তম যে সত্ত্বগুণ সত্যলোকে স্থিতি।
মধ্যম সত্ত্বৰ স্থান হোৱে অমৰাৱতী॥
সামান্য সত্ত্ব গুণেসে গন্ধৰ্ব্বলোক পাৱে।
গুণ তাৰতম্য উচ্চ নীচ ফল হোৱে॥১০৪৫
ৰজোগুণী মৰ্ত্ত্যলোকে কৰে অৱস্থান।
সৰ্ব্বদায় দুখময় কৰ্ম্মেসে প্ৰধান॥
তমোগুণে অধে থাকি কৰে হিংসা কৰ্ম্ম।
সিংহ ব্যাঘ্ৰ কুক্কুৰ তাহাৰ হোৱে জন্ম॥১০৪৬
ঊৰ্দ্ধ সত্ত্বগুণে থাকি দিব্যভোগ কৰে।
ৰজোগুণে কৰ্ম্ম বিষয়ত পৰি মৰে॥
তমোগুণে অধে থাকি নৰক নিকাৰ।
তিনিগুণে বন্ধ দেখা সকল সংসাৰ॥১০৪৭
প্ৰকৃতিৰ গুণে সঙ্গে জীৱ বন্ধ লয়।
গুণে বন্ধ যাৱে আপোনাক নমানয়॥
জীৱৰ বন্ধৰ কথা শুনিয়ো কাৰণ।
ভোগৰ ইচ্ছায়ে বিষয়ক জানে মন॥১০৪৮
মিছা বিষয়ত থাকি মোহ বাঢ়ে বৰ।
মোহত থাকিয়া উপজয় অহঙ্কাৰ॥
অহঙ্কাৰে থাকি পাচে ভ্ৰম উপজয়।
ভ্ৰমে মাত্ৰ নিবেশিলে দ্বৈতবুদ্ধি হয়॥১০৪৯

দ্বৈতবুদ্ধি ভৈলে অহম্মম হৈবে জ্ঞান।
নষ্ট দেহ জীৱাত্মাক কৰে অভিমান ॥
অভিমানে থাকি ভোগ ইচ্ছা কৰ্ম্ম কৰে।
সুখ দুখ জীৱবন্ধ কৰ্ম্মৰ সংস্কাৰে ॥১০৫০
এহিমতে কৰ্ম্মৰ বাসনা বাঢ়ি যায়।
যদ্যপি চৈতন্য জীৱে সংসাৰক পায় ॥
এবে যেনমতে জীৱ সংসাৰ এৰায়।
শুনা কহো তাহাৰ যে তৰণ উপায় ॥১০৫১
যেবে পুৰুষৰ যে বিবেক উপজয়।
আত্মাক অকৰ্ত্তা বুলি তেবেসে জানয় ॥
বিবেক বৈৰাগ্যে থাকি জানে আত্মজ্ঞান।
দেহ ভিন্ন জীৱ ভিন্ন দুইবো আত্মজ্ঞান ॥১০৫২
ইন্দ্ৰিয়ৰ কৰ্ম্ম ইন্দ্ৰে কৰে গুণে থাকি।
আত্মা সবাকাৰে দেখে হৈয়া আছে সাক্ষি ॥
গুণ আত্মা বিভাগক জানে এহি ভাৱে।
সংসাৰ এৰায়া সিটো মোক্ষপদ পাৱে ॥১০৫৩
এহিমতে গুণে অতিক্ৰমিলেক যিটো।
সংসাৰ এৰায় তাৰ নাহি জন্ম মৃত্যু ॥
বিষয়ক এৰি যাৰ স্থিৰ ভৈলা মন।
পৰম আনন্দ পদ পাৱে সিটো জন ॥১০৫৪
সত্ত্ব সুৱৰ্ণৰ যে ৰূপত লোহাময়।
তিনিগুণ নিহলে যে সবাকো বান্ধয় ॥

তিনিগুণ একে দুখ- সংসাৰক নেয়।
অমৃত শুকতি খাইলে সবে বিষ্ঠা হয়॥১০৫৫
যেবে আছে নৰ তিনি গুণৰ ভিতৰ।
সুখ দুখ জন্ম মৃত্যু নেৰে সংসাৰৰ॥
যদি বোলে তিনি গুণে সবাকো বান্ধয়।
ব্ৰহ্মা হৰে যেনমতে সঙ্গে বন্ধ নয়॥১০৫৬
ব্ৰহ্মা ৰজোগুণে সৃষ্টি কৰয় প্ৰচাৰ।
তমোগুণে হৰে তাক কৰয় সংহাৰ॥
যদি হেন বুলিয়া সংশয় কৰা মনে।
গুণে থাকি দোষ নপাৱয় সিকাৰণে॥১০৫৭
সৃজে পালে সংহাৰয় ঈশ্বৰ আজ্ঞায়।
যদি কৰ্ম্ম কৰে তভো কৰ্ম্মে লিপ্ত হয়॥
মোৰ আজ্ঞা মানিয়া যে গুণতে নিৰ্গুণ।
যেন জলে পদ্মপত্ৰ নিলিপয় পুন॥১০৫৮
পাৰ্থে বোলে কথা শুনি ভৈলো আনন্দিত।
পুনৰপি কহা কাক বোলে গুণাতীত॥
কিমতে চিনয় তাক কিমত আচাৰ।
কোনবা প্ৰকাৰে হোৱে সংসাৰৰ পাৰ॥১০৫৯
কৃষ্ণে বোলে অৰ্জ্জুন শুনিয়া মোৰ বাক।
স্থিতপ্ৰজ্ঞ বুলি পূৰ্ব্বে কহিলোহো যাক॥
যাৰ সৰ্ব্বস্থানে হোৱে প্ৰজ্ঞা প্ৰতিষ্ঠিত।
তাকে স্থিতপ্ৰজ্ঞ বুলি সেহি গুণাতীত॥১০৬০

সুৱৰ্ণ মৃত্তিকা শিলা দেখয় সমান।
নিন্দা প্ৰশংসাত নাহি মান অপমান॥
জগতক হৰিময় দেখে আপোনাক।
সিকাৰণে গুণে নোৱাৰয় ছলিবাক॥১০৬১
শত্ৰুতো মিত্ৰতো সমভাৱ কৰি চিত্ত।
যাৰ মন সুস্থ ভৈলা সেহি গুণান্বিত॥
গুণ কাৰ্য্য ইন্দ্ৰি কৰে মই তাত ভিন।
গুণত থাকিয়া যেন সখি উদাসীন॥১০৬২
সমস্তে এৰিয়া চিত্ত কৰিলেক সাৰ।
মোতে দৃঢ় ভক্তি কৰে এৰি ব্যভিচাৰ॥
কি কহিব সখি তাৰ ভক্তিৰ মহিমা।
ঘণীভূত হৈয়া ভৈল ব্ৰহ্মাৰ প্ৰতিমা॥১০৬৩
মই ব্ৰহ্মা বুলিয়া সবাতে গৈল লয়।
সূৰ্য্যৰ মণ্ডল যেন প্ৰকাশ কৰয়॥
অধ্যায় তাৎপৰ্য্য মাত্ৰ জানা এহিমানে।
গুণ ভেদ নোহয় মোহোৰ ভক্তি বিনে॥১০৬৪
হেন জানি কৰা নব ভকতি প্ৰৱন্ধ।
বিনা ভক্তি সংসাৰৰ নছাৰয় বন্ধ॥
ভক্তি বিনে সাধন যে নাহিকে অপৰ।
ভক্তি কৰি তৰে ইটো সংসাৰ দুৰ্ঘোৰ॥১০৬৫
ভক্তিৰ সাধন আছ্য শ্ৰৱণ কীৰ্ত্তন।
সবাতো অধিক শ্ৰেষ্ঠ নামক স্মৰণ॥

নামৰ সমান নাহি যোগ কৰ্ম্ম ধৰ্ম্ম।
নাম-ভক্তিপৰায়ণ সেহিজন ব্ৰহ্ম॥১০৬৬
কহয় গোবিন্দ মিশ্রে শুনিয়োক নৰ।
ৰাম কৃষ্ণ ধ্বনি কৰি সংসাৰত তৰ॥১০৬৭

( চতুৰ্দ্দশ অধ্যায় সমাপ্ত )



# পঞ্চদশ অধ্যায়

## পুৰুষোত্তম যোগ

### দুলড়ী

নমো যদুপতি চৰণত ৰতি
পুনু বন্দো আৰোবাৰ।
পঙ্কজ চৰণে পশিলো শৰণে
নকৰিবা পৰিহাৰ ॥
কৃষ্ণে বোলে পাৰ্থ পূৰ্ব্ব অধ্যায়ত
কহিলোহো ইটো ভাৱে।
দৃঢ় ভক্তি ভৈলে জ্ঞান উপজিলে
তেবেসে ব্ৰহ্মাক পাৱে ॥১০৬৮
বৈৰাগ্য বিনায় ভক্তি জ্ঞান পাই
সুপজয় কদাচিত।
জ্ঞান সাধিবাৰ কহিবো প্ৰকাশ
তুমি যাতো মোৰ হিত।
জ্ঞান ভক্তি কৰ্ম্ম যোগাযোগ ধৰ্ম্ম
বৈৰাগ্য মূল সবাৰ।
মাতৃ পিতৃ বিনে যেন পুত্ৰ মোহে
বৈৰাগ্য সেহি প্ৰকাৰ ॥১০৬৯

চৌব্বিশ নৰকে দেহ হুৱা আছে
সৰ্ব্ব অঙ্গ আছে তাৰ।
যেন জীৱ বিনে দেহ চেষ্টা নাই
বৈৰাগ্য সেহি প্ৰকাৰ॥
সংসাৰৰ সেতু তৰণৰ হেতু
যিমতে বৈৰাগ্য হয়।
যিমতে সংসাৰ বৃক্ষৰূপে আছে
কহো শুনা ধনঞ্জয় ॥১০৭০
সংসাৰ বৃক্ষত দেহ ৰূপে স্থিত
সাধে ইষ্টানিষ্ট কাম।
জন্ম মৃত্যু হয় ক্ষণিক সুস্থ নাই
বৃক্ষৰ অশ্বত্থ নাম॥
সৃষ্টি অনুক্ৰমে সংসাৰ প্ৰবাহে
বৃক্ষ থাকে সৰ্ব্বকাল।
বৃক্ষ মূলগোট উৰ্দ্ধক বাঢ়য়
অধে বাঢ়ে যত ডাল॥১০৭১
যিটো মূল গোট জানা মই সিটো
মোত পৰে নাহি কেৱ।
ডাল বুলি যাক অধম কহিলো
ব্ৰহ্মা আদি যত দেৱ॥
বেদৰ সমান ছন্দ আছে যত
বৃক্ষৰ পত্ৰ সকল।

ধৰ্ম্মাধৰ্ম্ম দুই বৃক্ষ ছায়া হুই
সুখ দুখ হুই ফল ॥১০৭২
অজ্ঞানে বৃক্ষৰ চৰ্ম্ম নিৰন্তৰ
জ্ঞানে ভৈলা বৃক্ষ সাৰ।
তিনি গুণে জল সিঞ্চন্তে আছয়
বিষয় অঙ্কুৰ তাৰ॥
অজ্ঞানে বৃক্ষৰ চৰ্ম্ম নিৰন্তৰ
জ্ঞানে ভৈল সাৰ বৃক্ষি।
পুণ্য কৰি উৰ্দ্ধে দেৱতা হোৱয়
অধে হোৱে পশু পক্ষী॥১০৭৩
সংসাৰ বৃক্ষৰ মূল যে ঈশ্বৰ
দেৱগণ ডাল যত।
ইহাৰ নিৰ্ণয় যি জনে জানয়
জানিলা সেহি সমস্ত॥
স্বৰ্গ নৰকত প্ৰাণী আছে যত
পূৰ্ব্ব কৰ্ম্মফল পাই।
ফল ভোগ ভুঞ্জি পূৰ্ব্ব বাসনায়ে
মনুষ্য লোকক যাই॥১০৭৪
যত ক্ৰিয়া কৰ্ম্ম মনুষ্যাৰ ধৰ্ম্ম
কাৰো নাহি অধিকাৰ।
কৰ্ম্ম কৰি অন্ধ সংসাৰতে বন্ধ
তাতে উপজয় মৰে॥

সংসাৰ বৃক্ষক দেখিতে সুন্দৰ
ফলে ফুলে জাতিস্কাৰ ।
তাতে কৰি চিত হুয়া বিমোহিত
মূল নজানয় তাৰ ॥১০৭৫
বেদে ভৈল বৃক্ষ কৰ্ম্মে পুষ্প তাৰ
স্বৰ্গে ভৈলা বৃক্ষ ফল ।
যতেক বিষয় ফল ৰস ভৈলা
সুখে তাৰ স্বাদ ফল ॥
যে মূল বৃক্ষৰ সি ব্ৰহ্ম ঈশ্বৰ
তাহাত নকৰে ৰতি ।
অনৰ্থ বৃক্ষক যাৱত সেৱয়
তাৱদেকে নাহি গতি ॥১০৭৬
জানিলে ঈশ্বৰ বৃক্ষতে আছয়
নজানয় অবিচাৰে ।
আদি অন্তে স্থিত স্বৰূপ নজানে
মায়া মোহে থাকি মৰে ॥
ইটো বৃক্ষ বৰ বজ্ৰ সমসৰ
ছেদিবাৰ কহো ভেদ ।
সাধু সঙ্গ কৰি মমতাক এৰি
বৈৰাগ্য কুঠাৰে ছেদ ॥১০৭৭
বৃক্ষ ছেদ কৰি ডাল দূৰ কৰি
মূল বিচৰিলে পাই ।

গোৰাগোট পাইলে নষ্ট যত ডাল
তাত পুনু কাৰ্য্য নাই ।
এমত বিচাৰি অসাৰক এৰি
মূল ঈশ্বৰক পায় ।
যেন ৰাজহংসে জলে দুগ্ধ মিশ্ৰে
নীৰ এৰি ক্ষীৰ খায় ॥১০৭৮
এহি আত্মজ্ঞানে ঈশ্বৰক জানে
যাত পৰে আদি নাই ।
পুৰুষ উত্তম নাহিকে উপায়
একাগ্ৰ ভক্তিসে পায় ।
ঈশ্বৰ চৰণ মনে নেৰিবেক
ভজিবেক মোহ মদ ।
ভাৰ্য্যা পুত্ৰ বিত্ত সুহি আসকতি
তেৱে পাৱে ব্ৰহ্মপদ ॥১০৭৯
মোৰ পদ পাইলে এৰাৱে সকলে
উৎপত্তি স্থিতি বিনাশ ।
চন্দ্ৰ সূৰ্য্য বহ্নি দীপ্তি দূৰ হোৱে
স্থানৰ দেখি প্ৰকাশ ।
মোৰ অংশ জীৱ মোতেসে মিলয়
অবিদ্যা মায়া এৰাই ।
যেন নিদ্ৰাকালে নানা স্বপ্ন দেখে
জাগি চালে কিছু নাই ॥১০৮০

গোবিন্দে কহয় দেৱ দয়াময়
চৰণে শৰণ লৈলো।
তোমাৰ ভৃত্যৰ পদধূলা পাই
আৱে কৃতকৃত্য ভৈলো॥
তযু নাম মোৰ নছাৰোক মুখে
সাধো এহিমানে কাম।
পশিলো শৰণে চিন্তিয়া চৰণে
ডাকি বোলা ৰাম ৰাম॥১০৮১

—:*:—

পদ

অৰ্জ্জুনে বোলন্ত শুনিয়োক যদুপতি।
বোলা মোক পাইলে তেবে তাৰ হোৱে গতি॥
যি কালত পুৰুষে থাকয় নিদ্ৰা যায়।
তোমাত আছয় বিষয়ত চেষ্টা নাই॥১০৮২
সিজনৰ কেনে কৃষ্ণ নহয় মুকুতি।
নিদ্ৰা এৰি নানা বিষয়ত হোৱে ৰতি॥
আৱে মহাপ্ৰলয় হোৱয় যি কালত।
তোমাত হোৱয় লীন সমস্ত জগত॥১০৮৩
স্বভাৱতে পুনু তিনি গুণে হোৱে সম।
বিষয়ক এৰি ইন্দ্ৰি হোৱয় বিৰাম॥

তব অংশ জীৱ যত আত্মা সবাহাৰ।
তেৱে কেন সিটো জীৱে নতৰে সংসাৰ ॥১০৮৪
কৃষ্ণে বোলে জীৱ অংশ জগতে প্ৰসিদ্ধ।
অবিদ্যা মোহিত অহঙ্কাৰে হোৱে বদ্ধ ॥
মোত যিটো লয় হোৱে তাৰ কথা ভিন্ন।
সকামী সংসাৰী প্ৰকৃতিত হোৱে লীন ॥১০৮৫
অবিদ্যা মোহিত হয় যত চৰাচৰ।
সবে গুচে থাকে তাৰ বাসনা কৰ্ম্মৰ ॥
অব্যক্ত তথাপি জীৱ পুনু ব্যক্ত হয়।
পুনু বাসনায়ে আনে সৃষ্টিৰ সময় ॥১০৮৬
কৰ্ম্ম বাসনাতে দেহ এৰি জন্ম ধৰে।
ইন্দ্ৰি সবে টানি নেই পূৰ্ব্বৰ সংস্কাৰে ॥
যেন পুষ্প গন্ধ লগে থাকে সৰ্ব্বদায়।
পুষ্পৰ যতেক গন্ধ বায়ু লৈয়া যায় ॥১০৮৭
সেহি পটন্তৰ জানিবাহা ধনঞ্জয়।
পূৰ্ব্বৰ বাসনা ক্ৰমে শৰীৰ ধৰয় ॥
যতেক ইন্দ্ৰিয়গণ সঙ্গে কৰি যোগ।
বিষয়ে জীৱক আনি কৰাৱয় ভোগ ॥১০৮৮
কৃষ্ণে বোলে যদি হেন বোলা ধনঞ্জয়।
সৰ্ব্বলোকে আত্মাক যে কেনে নেদেখয় ॥
যেন অন্ধকাৰত সুৱৰ্ণ পৰি থাকে।
চক্ষু বিদ্যমানে তভো নেদেখয় লোকে ॥১০৮৯

কৰ্ম্মবশে মূঢ় আমি ৰজস্তম গুণে।
হৃদিত আছয় আত্মা নেদেখো আপুনে ॥
যেতিক্ষণে চাহে নিয়া প্ৰদীপ লগাই।
বস্তুক পাৱয় অন্ধকাৰ দূৰে যায় ॥১০৯০
ভক্তিজ্ঞানে যত্ন কৰি চিন্তে যিটো জন।
জ্ঞান চক্ষে দেখো সিটো চৈধ্যয় ভুৱন ॥
মই কদাচিতো তাক নকৰোহো ত্যাগ।
সিয়ো সৰ্ব্বদায় হৃদয়ত পাৱে লাগ ॥১০৯১
মোত বিনে সব জড় জানিবা নিশ্চয়।
মোহোৰ প্ৰকাশে সবে চৈতন্য লভয় ॥
দেখিয়োক সূৰ্য্য যাৰ অব্যাহত গতি।
তাৰ তেজে বিশ্বখান কৰয় দীপিতি ॥১০৯২
ৰাত্ৰি ভৈলে যত লোক সবে অন্ধ হয়।
প্ৰভাতত পাৱে চক্ষু সূৰ্য্যাৰ উদয় ॥
স্থাৱৰ জঙ্গম আদি যতেক সংসাৰ।
মোৰ বল লেশ পাইবা পৃথ্বী বহে ভাৰ ॥১০৯৩
যত ধান্য ধন আছে লতা গুল্ম তৰু।
চন্দ্ৰৰূপে ৰস দিয়া তাক পুষ্ট কৰো ॥
মোৰ তেজ লৈয়া প্ৰকাশন্ত বৈশ্বানৰ।
সমস্তকে তিল মাত্ৰে দহে নিৰন্তৰ ॥১০৯৪
উদৰৰ বহ্নি মই সবাহাতে আছো।
প্ৰাণাপানে সমে চাৰিবিধ অন্ন পচো ॥

চৰ্ব্ব্য চোষ্য লেহ্য পেয় চাৰিবিধ অন্ন।
খাইতে অতি স্বাদ মিলে সন্তোষিত মন ॥১০৯৫
চাৰিবিধ অন্নৰ যে কহিবো নিৰ্ণয়।
যাৰ যেন প্ৰকাৰ শুনিয়ো ধনঞ্জয় ॥
দন্তে খণ্ড খণ্ড কৰি চূৰ্ণৰূপে গিলে।
পিষ্টককে সৰ্ব্বলোকে ভক্ষ্য কৰি বোলে ॥১০৯৬
দন্ত নলগাই জিহ্বা আলোড়ি গিলয়।
পায়সৰ নাম ভোজ্য জানা ধনঞ্জয় ॥
কেৱল জিহ্বাত দিয়া লেহি মাত্ৰ খায়।
গুড়ক বোলয় লেহ্য জানা সৰ্ব্বথায় ॥১০৯৭
দন্তে আটি ৰস লৱে চোৱা কৰে ত্যাগ।
ইক্ষুক বোলয় চোষ্য জানা মহাভাগ ॥
সমস্ত লোকৰ হৃদি মই অন্তৰ্য্যামী।
ভোক্তা ভৰ্ত্তা নিয়ামক মহেশ্বৰ আমি ॥১০৯৮
মোহোৰ শক্তিত মাত্ৰ সবে প্ৰৱৰ্ত্তয় ॥
বেদৰ তাৎপৰ্য্য মোত বিনে নজানয়।
মই হেতু বিষয় ইন্দ্ৰিয় ভোগ হয়।
বেদান্ত জ্ঞানীৰ গুৰু মোত প্ৰৱৰ্ত্তয় ॥১০৯৯
সকল জগত মই এহি দিলো সীমা।
এবে শুনিয়োক মোৰ স্থানৰ মহিমা ॥
দুগোটা স্বৰূপ কহো যাৰ যেনমত।
ক্ষৰ যে অক্ষৰ বুলি প্ৰসিদ্ধ লোকত ॥১১০০

যাক বুলি ক্ষৰ সিটো জীৱ জগতৰে।
দেহক আশ্ৰয়ে সিয়ো ফল ভোগ কৰে॥
অক্ষৰ যি গোটা সিটো একোকে নখায়।
স্বভাৱত দ্ৰষ্টা সিয়ো যেন সাক্ষী প্ৰায়॥১১০১
কুটস্থ বোলয় তাক বিকাৰ বিহীন।
জীৱ পুৰুষত পৰ দুইতো কৰি ভিন্ন॥
ব্যাপক পৰম আত্মা ত্ৰৈলোক্য ঈশ্বৰ।
ক্ষয় বৃদ্ধি নাহি তাৰ মন অগোচৰ॥১১০২
নাহিকে বিকাৰ তাৰ ব্ৰহ্ম নিৰুপম।
এতেকেসে বেদে বোলে পুৰুষ উত্তম॥
তোমাত কহিলো সখি এমত প্ৰকাৰ।
এহিমতে বুদ্ধি নিষ্ঠা হোৱয় যাহাৰ॥১১০৩
এহিমতে জানি মোত কৰয় ভকতি।
অনায়াসে ভজি সিটো পাৱয় মুকুতি॥
সফল জনম যাৰ প্ৰজ্ঞা প্ৰতিষ্ঠিত।
সেহিসে সৰ্ব্বজ্ঞ আতি পৰম পণ্ডিত॥১১০৪
সেহিসে কৰিলা সব পুৰুষ উদ্ধাৰ।
সিয়ো ভৈলা মোৰ মই তাৰে অধিকাৰ॥
নকৰিলে ভেদ মোক এহিমতে জানে।
পুৰুষ উত্তম বুলি মোক মাত্ৰ জানে॥১১০৫
সাধন নালাগে কাৰো নকৰোক শ্ৰম।
মোক মাত্ৰ ভজে জানি পুৰুষ উত্তম॥

জানিবাৰ ফল যেন কহিলো নিশ্চিত ।
এহি খানি জানি মাত্ৰ হোৱে কৃতকৃত্য ॥১১০৬
তুমি মোৰ সখি সুহৃদ প্ৰিয় শিষ্য ।
এতেকে কহিলো মই ইসব ৰহস্য ॥
গুৰু চৰণত মোৰ কোটি নমস্কাৰ ।
পদৰেণু শিৰে ধৰি তৰিবো সংসাৰ॥১১০৭
কহয় গোবিন্দ মিশ্ৰে শুনা সভাসদ।
পণ্ডিত শ্ৰীমদ ধনী এৰা ইটো মদ ॥
পৰলোকে উচ্চ নীচ সবে একে সৰি ।
অহঙ্কাৰ এৰি ডাকি বোলা হৰি হৰি ॥১১০৮



( পঞ্চদশ অধ্যায় সমাপ্ত )



# ষোড়শ অধ্যায়

## দৈৱী—আসুৰী সম্পদ বিভাগ যোগ

### পদ

অৰ্জ্জুনে বোলন্ত কৃষ্ণ চৰণত ধৰো।
সংশয় মিলিল মোৰ প্ৰশ্ন এক কৰো॥
তোমাৰ ভকতিত কাৰ আছে অধিকাৰ।
কেনে নভজয় হেতু কহিয়োক তাৰ॥১১০৯
যেন হস্তে ভাৰ তুলি চাহে বাৰম্বাৰ।
বলে যদি পাৰয় তেবেসে বহে ভাৰ॥
তোমাৰ ভক্তিৰ যদি যোগ্য হওঁ আমি।
তেবে কি কাৰণে এত দুখ দিয়া স্বামী॥১১১০
কৃষ্ণে বোলে অৰ্জ্জুন পুছিলা ভাল তত্ত্ব।
ভজন প্ৰকাৰ ভেদ কহিবো সমস্ত॥
দৈৱী আসুৰী দেখা দুগোটা স্বভাৱ।
প্ৰথমে দৈৱিক কহো শুনিয়ো পাণ্ডৱ॥১১১১
ব্ৰহ্মাৰ নাহিকে শক্তি স্বভাৱ এৰাইবাৰ।
স্বভাৱতে বশ্য দেখা যত চৰাচৰ॥
অভয়ক আদি কৰি চৌবিশ প্ৰকাৰ।
এহিমতে থাকে দৈৱী স্বভাৱ তাহাৰ॥১১১২

সত্ত্বশুদ্ধি অভয় স্ব্যাধায় যজ্ঞ দান।
অহিংসা অক্ৰোধ ত্যাগ তপ শক্তি জ্ঞান ॥
মৃদু অচাপল্য অপৈশুন্য অলোলুপ্ত।
তপ ক্ষমা ধৈৰ্য্য শৌচ সত্য লজ্জাযুক্ত ১১১৩
মোহ অভিমান এৰি দমিবেক মন।
দৈৱী স্বভাৱৰ এহি জানিবা লক্ষণ ॥
তাৰ অৰ্থ ব্যক্ত কৰি কহো ধনঞ্জয়।
ভয় নাথাকিলে তাক বোলয় অভয় ॥১১১৪
মনৰ প্ৰসন্ন যদি বোলে সত্ত্বশুদ্ধি।
আত্মজ্ঞান নিষ্ঠাত কৰিল দৃঢ় বুদ্ধি ॥
সেহি নিষ্ঠা জ্ঞানক কহয় আত্মজ্ঞান।
এবে শুনিয়োক কহো কেনমত দান ॥১১১৫
আপোনাক লাগি অন্ন ৰান্ধয় মাতৰ।
তাতে অভ্যাগত এক ঠৈকিল অপৰ ॥
বান্টি সম কৰি তাক দেই অৰ্দ্ধ অন্ন।
খাইবাক খোজন্তে আসে আৰো এক জন ॥১১১৬
তদৰ্দ্ধক বান্টি পুনু কৰিব সমান।
যিবা এহিমতে দেই তাকে বোলে দান ॥
কৰ্ম্মেন্দ্ৰিয় নিয়মিলে তাৰ নাম দম।
জ্ঞানেন্দ্ৰিয় নিয়মিলে তাৰ নাম শম ॥১১১৭
কেনে কৰ্ম্মেন্দ্ৰিয় ভেদ শুনা কহো তাক।
হস্ত পদ গুহ্য লিঙ্গ যাক বোলে বাক ॥

জিহ্বা নাসা চক্ষু কৰ্ণ ত্বক জ্ঞানেন্দ্ৰিয়।
মনে সমে সবে বিষযত প্ৰবৰ্ত্তয় ॥১১১৮
কাম সঙ্কল্পক এৰি ব্ৰহ্মযজ্ঞ কৰে।
স্বাধ্যায় বোলয় তাক জানা সৰ্ব্বোত্তৰে ॥
তপস্যা কৰয় নৰ বিবিধ প্ৰকাৰে।
তাক তপ বোলে কৃচ্ছ্ৰ চান্দ্ৰায়ণ কৰে ॥১১১৯
তাকে সত্য বোলয় স্বৰূপ মাত্ৰ কয়।
আৰ্জ্জব বোলয় তাক বক্ৰভাৱ নয় ॥
ত্যাগ বোলয় তাকে উদাস যাৰ মতি।
সেহি শান্ত বিষয়ত হোৱে উপৰতি ॥১১২০
পৰৰ দোষক যিটো পাচত চৰ্চ্চয়।
তাৰ নাম পৈশুন্য জানিবা ধনঞ্জয় ॥
অকাৰ্য্যত নিবৰ্ত্তয় লজ্জা নাম তাৰ।
তাক মৃদু বুলি ক্ৰুৰ ভাৱ নাহি যাৰ ॥১১২১
সেহি অচঞ্চল বৃথা কৰ্ম্ম নকৰয়।
সেহিসে তেজস্বী যিটো প্ৰাগল্ভ হোৱয় ॥
গালি পৰাভৱ নিন্দা আৰো তিৰস্কাৰে।
দণ্ডিতে পাৰিয়া সহে ক্ষমা নাম তাৰে ॥১১২২
পৰে মাৰিলাতো চিত্তে ক্ৰোধ নোপজয়।
সেহিসে অক্ৰোধি জন জানা মহাশয় ॥
যাক বুলি ধৈৰ্য্য শুনিয়োক মহাবীৰ।
দুখ পাইলে সুস্থ মন চিত্ত যাৰ থিৰ ॥১১২৩

তাক বুলি দয়া যাৰ স্নেহ সুগুচয় ।
পুত্ৰত যেমন দয়া শত্ৰুতো তেহয় ॥
সেহিসে অদ্ৰোহী প্ৰাণী নকৰয় হত ।
সেহি আলোলুপ লোভ নাহিকে মনত ॥১১২৪
শৌচক কহিবো আবে দ্বিবিধ প্ৰকাৰে ।
মাটি জল লৈয়া নিত্য বাহ্য শুদ্ধি কৰে ॥
ৰাগ নাথাকিলে শুদ্ধ হৈব অভ্যন্তৰ ।
এহিমতে শৰীৰ শৌচ হয় পুৰুষৰ ॥১১২৫
আপোনাক অহঙ্কাৰে শ্লাঘা নকৰয় ।
অমানিত্ব বুলি তাক জানা ধনঞ্জয় ॥
এহিমতে থাকে যাৰ চৌবিবিশ প্ৰকাৰ ।
হৰি ভজিবাৰ তাৰ আছে অধিকাৰ ॥১১২৬
দৈৱী স্বভাৱক মই কহিলো পূৰ্ব্বত ।
এবে শুনা আসুৰী স্বভাৱ যেনমত ॥
প্ৰবৃত্তি নিবৃত্তি ধৰ্ম্মাধৰ্ম্মক নজানে ।
শৌচ সত্য আচাৰ নাহিকে সেহি জ্ঞানে ॥ ১১২৭
পাৰ্থে বোলে কৃষ্ণ কেনে কথা বিপৰীত ।
কেনে বোলে নজানয় প্ৰবৃত্তি নিবৃত্ত ॥
আৰো বোলা ধৰ্ম্মাধৰ্ম্ম দুইকো নজানে ।
ধৰ্ম্মাধৰ্ম্ম বিনে দুখ শোক দেয় কোনে ॥১১২৮
কৰ্ম্ম সদাচাৰে বেদে কহে নিৰন্তৰ ।
বেদ অপমানে কেনে নজানে ঈশ্বৰ ॥

যদি স্বৰূপত তাৰা ঈশ্বৰ নজানে ॥
স্ৰজয় পালয় সংহাৰয় কোন জনে ॥১১২৯
সত্য সদাচৰে কিয় নকৰে যতন ।
কেনমতে এৰে তাৰা বেদৰ বচন ॥
হেন শুনি বাক্য বুলিলন্ত ভগৱানে ।
আছোক বেদৰ কৰ্ম্ম বাক্যও সুশুনে ॥১১৩০
বোলে বেদ পুৰাণকো কৈত পাইলা ভাই ।
ঋষিসবে বেদ কহিলেক ভাণ্ডি খাই ॥
ঈশ্বৰ বুলিয়া তাৰা স্বপ্নতো নমানে ।
যেবেসে ঈশ্বৰ আছে নেদেখয় কেনে ॥১১৩১
যত ভাষভুষ কৰে সকলো যে মিছা ।
সংসাৰৰ সৃষ্টি হয় আপোনাৰ ইচ্ছা ॥
বাপ হন্তে পুত্ৰ পুত্ৰ হন্তে নাতি হয় ।
অন্যো অন্যে সংযোগত সৃষ্টি প্ৰবৰ্ত্তয় ॥১১৩২
ৰতিসুখে ভাৰ্য্যাত সঙ্গমে পুত্ৰ হয় ।
শিশু যুবা বুঢ়া হৈয়া পাচত মৰয় ॥
আতি অল্পকালে মৰে আধি ব্যাধি হয় ।
এহিমতে সংসাৰ ঈশ্বৰ পাইলা কই ॥১১৩৩
যেতিক্ষণে অগ্নি লাগি দগ্ধ হোৱে বন ।
অঙ্কুৰ গাজয় তাক স্ৰজে কোন জন ॥
হেন তৰ্কে বেদ কৰ্ম্ম নমানে ঈশ্বৰ ।
লোক পৰম্পৰা কৰ্ম্ম কৰয় মাত্ৰ ॥১১৩৪

ঈশ্বৰক নমানয় যিটো মন্দমতি।
বেদ শাস্ত্ৰ নজানিয়া যায় অধোগতি॥
প্ৰাণীক হিংসয় ঘোৰ উগ্ৰ কৰ্ম্ম কৰি।
আপোনাৰ প্ৰীতি হয় শিশ্নোদৰ ভৰি॥১১৩৫
দম্ভ দৰ্প হিংসা পৰনিন্দা অভিমান।
ক্ৰোধ পাৰুষ্য দ্বেষ এহিঁসে প্ৰধান॥
কৰ্ম্ম কৰে শ্ৰদ্ধা নাই লোকৰ দেখয।
যেনমতে আনে আপোনাক প্ৰশংসয়॥১১৩৬
ৰাখোৱালে যেহেন নিন্দিত গীত গায।
অবাক্যক ৰটি যেন মহা তৃপ্তি পায॥
সিযো সেহিমতে হিংসে অধৰ্ম্ম কৰ্ম্মত।
মই জ্ঞানী শ্ৰেষ্ঠ যেন মানয় মনত॥১১৩৭
আসুৰী শুভাৱে থাকি মোত নহে জ্ঞান।
মোৰ কথা শুনি যেন ফাটে তাৰ কাণ॥
ঈশ্বৰৰ কৰ্ম্ম কথা যদি শুনে কাণে।
হাটে বাটে নিন্দা কৰি ফুৰয় দুৰ্জ্জনে॥১১৩৮
মই হৰিভক্ত বুলি লোকত ভাণ্ডয়।
হৰিনাম ৰতি ফুৰে বাতুলৰ নয॥
যদি গুৰু উপদেশে তোৰে শাস্ত্ৰজ্ঞান।
তথাপি নস্মৰে মোক বখানয আন॥১১৩৯
যত কৰ্ম্মমানে আপোনাৰ ইচ্ছা কৰে।
আতে সংসাৰত পৰি উপজয় মৰে॥

এহি শুনি অসন্তোষ কৰন্ত অৰ্জ্জুন।
আমাত আছয় কৃষ্ণ যত কহা গুণ॥১১৪০
অৰ্জ্জুনৰ মনক লক্ষিয়া জনাৰ্দ্দন।
আশ্বাসিয়া প্ৰিয়ভাৱে বুলিলা বচন॥
কৃষ্ণে বোলে ধনঞ্জয় নকৰিবা ভয়।
দৈৱিক সম্পদ যত তোমাত আছয়॥১১৪১
কৰ্ম্ম কহো আসুৰী স্বভাৱে আছে যাৰ।
পণ্ডিত বিনয় হয় শাস্ত্ৰ সংস্কাৰ॥
পৰ প্ৰাণ মাৰি পোষে পুত্ৰ ভাৰ্য্যা ভাই।
সংসাৰৰ ক্ষয় হেতু জনম হোৱয়॥১১৪২
মনত চিন্তয় যেনমতে পাওঁ ধন।
ৰাত্ৰি দিনে হাকুল ব্যাকুল কৰে মন॥
কিছু ধন কৰিলেক অসত্য অন্যায়।
যত হোৱে মানে আৰো তৃষ্ণা বাঢ়ি যায়॥১১৪৩
আগে বোলে কিছু লোকে হৈবো অধিপতি।
তাক পাই হব খোজে ৰাজ্যৰ নৃপতি॥
ৰাজ্যপদ পাইলে বাঢ়ে অহঙ্কাৰ মদ।
মদগৰ্ব্বে থাকি পাছে খোজে ইন্দ্ৰপদ॥১১৪৪
ইন্দ্ৰ পদ পাইলে ব্ৰহ্মপদ বাঞ্ছা কৰে।
দুষ্কৰ কৰ্ম্মক কোনে কৰিবাক পাৰে॥
ধন ঐশ্বৰ্য্যৰ হেতু ক্ষুদ্ৰ দেৱ পূজে।
অল্প বলি দিয়া বহু বিভূতিক খোজে॥১১৪৫

বিভূৰ্তি বিস্তৰ হোক কৰয় অন্বেষ।
পাষণ্ড গুৰুৰ স্থানে লয়ে উপদেশ॥
কুমন্ত্ৰক লৈয়া তাতে কৰয় বিশ্বাস।
কিঞ্চিতেক ছিদ্ৰে সমূলঞ্চে হয়ে নাশ॥১১৪৬
অৰ্থৰ নিমিত্তে কৰ্ম্ম কৰয় বিস্তৰ।
সুখৰ নাহিকে লেশ দুখ মাত্ৰ সাৰ॥
প্ৰগল্ভ বোলয় শাস্ত্ৰ জানো অনুষ্ঠান।
মোতপৰে পূজাবিধি নজানয় আন॥১১৪৭
মদ্য মাংস ৰুধিৰে পূজয় দেৱতাক।
তাক খাই কৃতকৃত্য মানে আপোনাক॥
এহি মন্ত্ৰ সাধি মই দেৱক পূজিবো।
ধন ধান্য ঐশ্বৰ্য্য শ্ৰী ৰাজ্যক লভিবো॥১১৪৮
এহিমতে পোষে মূঢ়ে পুত্ৰক ভাৰ্য্যাক।
লগতে আছয় মৃত্যু নেদেখয় তাক॥
পুত্ৰ পিতা মাতা যে আগত মৰি যায়।
আপোনাৰ মৃত্যুক নেদেখে মোহ পাই॥১১৪৯
এহিমতে ক্ষুদ্ৰ দেৱ পূজে নিৰন্তৰ।
মৃত্যুকালে চিন্তা ভয় পাৱয় বিস্তৰ॥
হা হা পুত্ৰ ভাৰ্য্যা ধন গৃহ সমন্বিতে।
সব ৰহে মোক মাত্ৰ নেয় যমদূতে॥১১৫০
মোৰ পুত্ৰ ভাৰ্য্যা ধন ধান্য কোনে খায়।
মৃত্যুকালে আৰো চিন্তা পৰিমিত নাই॥

কাম ভোগ ঐশ্বৰ্য্যক সাধে নিত্যে নিত্য।
এহিসে সমাধি তাৰ তাতে মাত্ৰ চিত্ত॥১১৫১
কাম ক্ৰোধ বিষয়ত থৰে বন্দী কৰি।
বিষয় ভৈলেক পাশ ভাৰ্য্যায়ে জিঞ্জিৰি॥
ন্যায় অন্যায়ক কৰি ধনক সঞ্চয়।
কিছু ধন ভৈলে পাচে ভোগ নকৰয়॥১১৫২
বোলে আৰো ধন জন আৰ্জ্জিলো পূৰ্ব্বত।
সি ধনে মোহোৰ নুপূৰয় মনোৰথ॥
আৰো পাইলে তভো মোক বোলে নুকুলায়।
ভেবেসে আকাঙ্ক্ষা পূৰে আৰো যদি হয়॥১১৫৩
আৰ্জ্জন্তে নিকাৰ ধন ভৈলে মোহ হয়।
ধন যদি থাকে তিলমাত্ৰো সুখ নাই॥
ধনৰ গৰ্ব্বত অহঙ্কাৰ বাঢ়ি যায়।
সেহি ধন নষ্টে যে তাপৰ অন্ত নাই॥১১৫৪
ঈশ্বৰৰ কৰ্ম্মে ব্যয় অৰ্থৰ সম্ফল।
সুহি ধন তাৰ বানৰৰ নাৰিকল॥
স্বৰূপত আৰ্জ্জিলে ধন তভো অনাটক।
ধনগৰ্ব্বে তৃণ হেন মানে জগতক॥১১৫৫
বোলে শত্ৰুগণ মাৰি কৰিবোহো বশ্য।
আৰো যিটো আছে তাক মাৰিবো অৱশ্য॥
মইসে কুলীন আঢ্য মান্য ভাগ্যবান।
চতুৰ পণ্ডিত নাহি মোহোৰ সমান॥১১৫৬

মোহোৰ অধীন যত লোক নিৰন্তৰ।
লোকে প্ৰতিষ্ঠিত মই এগোটা ঈশ্বৰ।
ইবাৰ এগোটা মই কৰ্ম্মক কৰিবো।
লোকে প্ৰশংসিবে মোক প্ৰতিষ্ঠা লভিবো ॥১১৫৭
এৰূপ অসৎ কাৰ্য্যে নষ্ট কৰে বিত্ত।
ভোগ ঐশ্বৰ্য্যতে বিভ্ৰান্ত হুয়া চিত্ত ॥
যেন সূত্ৰময় জালে মৎস্য বন্দী হয়।
মোহ জালে পৰিয়া তাহাৰো সেহি নয় ॥১১৫৮
ধন হন্তে গৰ্ব্ব বাঢ়ে গৰ্ব্ব হন্তে মদ।
মদে মোহ বাঢ়য় বুদ্ধিক কৰে হত ॥
স্মৃতি নষ্ট হোৱৈ তাৰ গৰ্ব্ব অহঙ্কাৰে।
অজ্ঞান আন্ধাৰে ঘোৰ নৰকত পৰে ॥১১৫৯
নৰকত পাৱে বহু যাতনা নিকাৰ।
এহিমতে সংসাৰত ঘূৰে বাৰম্বাৰ ॥
যদি তাত তুমি হেন বোলা ধনঞ্জয়।
যজ্ঞ দান কৰন্তে কেমনে নৰ্ক হয় ॥১১৬০
নামমাত্ৰ যজ্ঞ কৰে শ্ৰদ্ধা নাহি তাৰ।
শাস্ত্ৰবিধি নাই মাত্ৰ অহঙ্কাৰ সাৰ ॥
যি কাৰণে নৰক তাহাৰ কহো তত্ত্ব।
কাম ক্ৰোধ লোভ মোহ নৰকৰ পথ ॥১১৬১
সংসাৰী পক্ষৰ কহো এহিখানি বোধ।
নৰকে নাযাইবা যদি এৰা কাম ক্ৰোধ ॥

সকলো লোকত মই আত্মৰূপে স্থিত।
বধ হিংসা তথাপি আচৰে নিতে নিত্য ॥১১৬২
পুত্ৰ তুল্য পশু পক্ষী স্নেহতে পোষয়।
যি বেলাত কাটে তিলমাত্ৰো স্নেহ নাই ॥
কাটিবাৰ বেলা অতি আনন্দ কৰয়।
যদি আনে নষ্ট কৰে শোক অতিশয় ॥১১৬৩
গৃহস্থৰ পাৰসব মাৰয় মাৰ্জ্জাৰে।
লোকে বিড়ালক মাৰিবাক খেদি ফুৰে ॥
বিড়ালে মাৰিয়া যদি আনে আন পক্ষী।
তেবে মহা আনন্দ কৰয় তাক দেখি ॥১১৬৪
সেহি মই একে জীৱ হেন জ্ঞান নাই।
তাকে কাটি দেৱ পূজে তাৰ মাংস খায় ॥
মই আত্মা মোক কাটে কেনে মহা দুষ্ট।
মোহোৰ হিংসাত কোন দেৱ হৈব তুষ্ট ॥১১৬৫
যিটো দেৱ পূজয় তাহাৰ অন্তৰ্য্যামী।
শুভাশুভ ফলদাতা সাক্ষীৰূপ স্বামী ॥
আৰো সংসাৰৰ দেখা মই নিজ বাপ।
পিতৃদ্ৰোহ তথাপি লাগয় ঘোৰপাপ ॥১১৬৬
পৰজীৱ বধে আপোনাৰ হিত অৰ্থে।
এতে নৰকৰ হেতু জন্ম ভৈলা ব্যৰ্থে ॥
দৈৱবশে [illegible]চৰকাল [illegible]
তভো [illegible] পায় ॥১১৬৭

আসুৰী স্বভাৱে থাকে ক্ৰুৰ জন্ম তাৰ।
এতে মোক জানিবাৰ নাহি অধিকাৰ॥
কাম ক্ৰোধ লোভ মোহ নৰকৰ দ্বাৰ।
হেন জানি ইহাক কৰিয়ো পৰিহাৰ॥১১৬৮
যেন গ্ৰীষ্মকাল ভৈলে নথাকয় শীত।
শীতকালে গ্ৰীষ্ম নথাকয় কদাচিত॥
যাহাত থাকয় কাম লোভ মোহ ক্ৰোধ।
তাৰ একোকালে জানা মোত নোহে ক্ৰোধ॥১১৬৯
হেন জানি কাম ক্ৰোধ এৰিয়োক আগ।
তেবে সত্ত্বগুণেসে আপুনি পাৱে লাগ॥
সত্ত্বগুণ ভৈলে জ্ঞান ভক্তি হোৱে জাত।
তেৱে অনায়াসে গতি লভিবে সাক্ষাত॥১১৭০
যথেচ্ছা যে কৰ্ম্ম কৰে এৰি শাস্ত্ৰবিধি।
আত সুখ নাহি পৰকালে নাহি সিদ্ধি।
বেদৰ বিহিত বৰ্ণাশ্ৰম ধৰ্ম্ম যত।
মোতেসে অৰ্পিয়া কৰিবেক কৰ্ম্ম তত॥১১৭১
আগে লৈবা তুমি বেদ পুৰাণ প্ৰমাণ।
পাচেসে কৰিবা মোৰ কৰ্ম্ম অনুষ্ঠান॥
এহিমতে কৰ্ম্ম কৰি হৈবা সত্ত্ব শুদ্ধি।
দেহ ভিন্ন জীৱ ভিন্ন জানিবাৰ সিদ্ধি॥১১৭২
জীৱ পৰমাত্মা দুইবো জানিবাহা তত্ত্ব।
সুখে জ্ঞান ভক্তি সিজিবেক লাগে যত॥

ভক্তিজ্ঞান ভৈলে মোক পাইবে অৱশ্য ।
কহিলো তোমাত সখি পৰম ৰহস্য ॥১১৭৩
জ্ঞান ভক্তি বিনা যিটো এবে শাস্ত্রবিধি ।
সেহি সংসাৰত বন্ধ কৰিলেক বিধি ॥
কিন্তু ঈশ্বৰৰ কৰ্ম্মে কৰিব প্ৰৱন্ধ ।
আন যত কৰ্ম্ম কৰে সংসাৰৰ বন্ধ ॥১১৭৪
যেন নপুংসকে কৰে নাৰীক শৃঙ্গাৰ ।
ৰতি সুখ নাহিকে সন্ততি নাহি তাৰ ॥
আৰো যদি লোকে বোলে প্ৰাণত সংশয় ।
ঈশ্বৰৰ কৰ্ম্ম বিনা তাৰো নাহি নয় ॥১১৭৫
তুষক বাহানে যেন তণ্ডুলৰ অৰ্থে ।
সেহিমতে সকামীৰ কৰ্ম্ম যায় ব্যৰ্থে ॥
হৰিৰ কৰ্ম্মক যদি নজানিয়া কৰে ।
অবিধিহীন ভৈলে তভো ফল ধৰে ॥১১৭৬
কহয় গোবিন্দ মিশ্রে শুনা সৰ্ব্বজন ।
তাপ এৰাইবাৰ পথ ৰাতুল চৰণ ॥
গোবিন্দৰ শৰণ চৰণ লৈয়ো ছাঁয়া ।
ৰাম কৃষ্ণ বুলি তৰা সংসাৰৰ মায়া ॥১১৭৭

( ষোড়শ অধ্যায় সমাপ্ত )



# সপ্তদশ অধ্যায়

## শ্ৰদ্ধাত্ৰয় বিভাগ যোগ

**পদ**

পূৰ্ব্বে অশ্বত্থামা ব্ৰহ্মঅস্ত্ৰ লৈলা তুলি।
মাৰিলন্ত শৰ অপাণ্ডৱা কৰো বুলি॥
এক কোটি সূৰ্য্যসম শৰ প্ৰকাশয়।
দশোদিশ ঢাকি শৰ দহিয়া আসয়॥১১৭৮
প্ৰলয় কালত যেন সংহাৰয় কাল।
গৰ্ভত প্ৰবেশি উত্তৰাক ভেট পাইল॥
বিস্ময়ে উত্তৰা পায় আতি ভয় মনে।
ৰোদে ত্ৰাহি ভগৱান পশিলো শৰণে॥১১৭৯
তুমি ব্যতিৰেকে মোৰ গতি নাহি আন।
গৰ্ভসমে পুৰি মৰো ত্ৰাহি ভগৱান॥
আৰ্ত্তনাদ বাক্য শুনি দেৱ যদুমণি।
শীঘ্ৰে আসিলন্ত স্বামী ক্ষণিকো মুগুণি॥১১৮০
হাতে গদা ধৰি গৰ্ভে পশিলন্ত হৰি।
শিশুক ৰাখিলা ব্ৰহ্ম-অস্ত্ৰক সংহৰি॥
চতুৰ্ভুজ ৰূপে কৃষ্ণ চাৰি অস্ত্ৰ ধৰি।
ভকতে কৃপা কৰি ৰূপ দেখাইলা মুৰাৰি॥১১৮১

কৃষ্ণক দেখিলা শিশু মাতৃৰ গৰ্ভত।
কৃষ্ণদৰশনে ৰূপ ৰহিলা মনত ॥
উপাৰ্জিলা ৰূপক স্মৰিয়া পৃথিবীত।
পৰীক্ষাত জান্ত নাম ভৈল পৰীক্ষিত ॥১১৮২
দেখা কেনমত কৃষ্ণ ভকতৰ বৈশ্য।
অল্প ভজিলাতো কৃপা কৰয় অৱশ্য।
হেনয় কৃষ্ণৰ পদ নৌকা পৰিহৰি।
বৃথায়ে মৰয় নৰ অন্ধকূপে পৰি ॥১১৮৩
কোটি নমস্কাৰ মোৰ দেৱ যদুপতি।
আন নলাগয় তযু পদে হৌক মতি ॥
ষোড়শ অধ্যায়ৰ অন্তে কহে দামোদৰ।
শাস্ত্ৰবিধি এৰি কৰ্ম্ম কৰে যিটো নৰ ॥১১৮৪
অন্তে নাহি সিদ্ধি ইহকালে নাহি সুখ।
তাক শুনি অৰ্জ্জুনৰ মনত অসুখ ॥
অৰ্জ্জুনে বোলন্ত শুনিয়োক হৃষীকেশ।
আৰ একগোটা মোক দিয়া উপদেশ ॥১১৮৫
সত্ত্ব ৰজ তম তিনি গুণে থাকি নৰে।
বৈধি এৰি কিন্তু শ্ৰদ্ধা কৰি কৰ্ম্ম কৰে ॥
তাৰ কিবা গতি হোৱে কহা মহাশয়।
তুমিসে ছেদন কৰ্ত্তা যতেক সংশয় ॥১১৮৬
কৃষ্ণে বোলে ভাল প্ৰশ্ন কৰিলা পাণ্ডৱ।
দেহঅন্তে জাত হোৱে পূৰ্ব্বৰ স্বভাৱ ॥

স্বভাৱে ইচ্ছায়ে শ্ৰদ্ধা বাঢ়ে পুৰুষৰ।
সেহি শ্ৰদ্ধা তিনিবিধ সকলো লোকৰ ॥১১৮৭
স্বভাৱৰ ইচ্ছা শ্ৰদ্ধা যাৰ যেন নয়।
তাহাৰ নিৰ্ণয় শুনা পাণ্ডুৰ তনয় ॥
স্বভাৱ এৰাইতে পাৰে কাহাৰ শকতি।
স্বভাৱেসে কৰায় শুভাশুভ গতি ॥১১৮৮
দৈৱ বশে যদিসে সাধুৰ সঙ্গ পায়।
তেবে নিষ্টে জানিবা স্বভাৱ দূৰে যায় ॥
স্বভাৱে সকলো মূঢ় কৰ্ম্ম কৰিবাৰ।
তিনিগুণ শ্ৰদ্ধা কহো কাৰ্য্য যেন যাৰ ॥১১৮৯
বেদৰ শাস্ত্ৰৰ যিটো নজানয় তত্ত্ব।
শ্ৰদ্ধা কৰি কৰ্ম্ম কৰি অৰ্পি ঈশ্বৰত ॥
উত্তম সাত্ত্বিক শ্ৰদ্ধা ইহাক বোলয়।
সামান্য ত্ৰিবিধ শ্ৰদ্ধা তাৰ কহে নয় ॥১১৯০
শাস্ত্ৰ এৰি কৰ্ম্ম কৰে মাত্ৰ লোকাচাৰ।
সেহি কৰ্ম্মে হোৱে শ্ৰদ্ধা ত্ৰিবিধ প্ৰকাৰ ॥
সত্ত্ব ৰজ তম তিনি গুণ নিৰন্তৰ।
গুণ ইচ্ছা শ্ৰদ্ধা যে ত্ৰিবিধ পুৰুষৰ ॥১১৯১
সত্ত্বগুণে শ্ৰদ্ধা কৰি দেৱতাক যজে।
ৰজোগুণে শ্ৰদ্ধা যক্ষ ৰাক্ষসক পূজে ॥
পাষণ্ডৰ সঙ্গে লৈয়া কদাচাৰ কৰে।
তমোগুণে থাকি ভূত প্ৰেত পূজি মৰে ॥১১৯২

বেদ শাস্ত্ৰ এৰি আত্মবুদ্ধি কৰ্ম্ম কৰে।
যেন দুই চক্ষু অন্ধ দেশান্তৰে ফুৰে ॥
ঘোৰ তপস্যাক কৰি দুখ পাৱে টান।
মিছা উপবাসে মৰে ক্লেশ কৰি প্ৰাণ ॥১১৯৩
আত্মৰূপে শৰীৰত আছোহোঁ সবাৰে।
মোহোক সম্বন্ধ কৰে দুষ্ট দুৰাচাৰে ॥
কাম ৰাগ যুক্ত হুয়া দম্ভ অহঙ্কাৰ।
আসুৰী স্বভাৱ সব জানিবা তাহাৰ ॥১১৯৪
তিনিগুণ আহাৰ যাহাৰ যেনমত
গুণ ইচ্ছা প্ৰীতি হোৱে অন্ন ব্যঞ্জনত ॥
আয়ু বল আৰোগ্য যে সত্ত্ব সুখময়।
সত্ত্বগুণে ভোজনত এতেক বাঢ়য় ॥১১৯৫
শুনিয়োক কহো সত্ত্বগুণৰ ভোজন।
ৰস স্থিৰ যুক্ত হৈব স্নিগ্ধ হৈবে মন।
সত্ত্বগুণে যিটো অন্ন ব্যঞ্জনক খাইল।
ভুঞ্জিলে মনত তুষ্ট থাকে চিৰকাল ॥১১৯৬
ৰজোগুণ আহাৰৰ শুনা কহো তত্ত্ব।
তণ্ডুল কোৰণ্ডা হৈব অম্ল হৈব তপ্ত ॥
ৰজোৰ ভোজনে হোৱে শোক বহুতৰ।
ওঠ কণ্ঠ তালু জিহ্বা পোৰয় উদৰ ॥১১৯৭
খাবৰ বেলাত দুখে নেত্ৰে পৰে পানী।
জ্বালা তিতা নিমিত্তে মুখৰ নাসে বাণী ॥

জলা অন্নে থাকি বায়ু বাঢ়ে পুৰুষৰ ।
তথাপিতো তাকে লাগি লোভে মৰে নৰ ॥১১৯৮
বাসি পৰ্য্যুসিত কাঞ্জি কৰকৰা ভাত ।
তমোগুণী নৰৰ অধিক প্ৰীতি তাত ॥
গান্ধী মৎস্য মাংস আদি দুৰ্গন্ধ গোন্ধায় ।
তাৰে ব্যঞ্জনক খাই মহা তৃপ্তি পায় ॥১১৯৯
উৎকৃষ্ট অমেধ্য মহাৰঙ্গে খাই আনি ।
এতেক প্ৰকাৰে তমোগুণীয়াক জানি ॥
তিনিগুণ ভোজনৰ কহিলো প্ৰমাণ ।
এবে শুনা তপ জপ দান যেন ঠান ॥১২০০
কহয় গোবিন্দ মিশ্ৰে কৃষ্ণপদে ধৰি ।
পাতেক ছাড়োক ডাকি বোলা হৰি হৰি ॥১২০১

---

## ছবি

বিজন সাত্ত্বিক হয় কাল দেশ পাত্ৰ লয়
যজ্ঞ কৰি নবাঞ্ছয় ফল ।
কৰ্ম্ম কৰে যথোচিত বিধি নেৰে কদাচিত
ঈশ্বৰত অৰ্পয় সকল ॥
দম্ভ অহঙ্কাৰ ভৰে ৰজোগুণে কৰ্ম্ম কৰে
কৰ্ম্মৰ ব্যাপাৰ সীমা নাই ॥

সকামে দেৱতা পূজে বিস্তৰ বৈভৱ খুজে
বহু ধনে তৃষ্ণা নপাৱয় ॥১২০২
তমোগুণে থাকি অজ্ঞ দেখা দেখি কৰে যজ্ঞ
কৰ্ম্ম কৰে সবে শ্ৰদ্ধা বিনা ।
নলৱয় শাস্ত্ৰবিধি কৰ্ম্মৰ নাহিকে সিদ্ধি
যজ্ঞ সাঙ্গে নেদয় দক্ষিণা ॥
একে তপে তিনি মত কায় বাক্য মনে যত
সেহি তপে সাধে ইষ্টকাম ।
দেৱ দ্বিজ গুৰু জ্ঞানী সবাকো অৰ্চ্চয় জানি
ইহাৰেসে কায়তপ নাম ॥১২০৩
লোকপ্ৰিয় হৈব হিত সত্য নেৰে কদাচিত
বাক্যতপ ইহাক বোলয় ॥
স্তুতি স্তোত্ৰ মন্ত্ৰ স্মৰি বেদত অভ্যাস কৰি
বাক্যে সৰ্ব্বলোকে সন্তোষয় ॥
বিষয়ক পৰিহৰি মনত নিয়ম কৰি
শুচি হৈব মনৰ উৎসুকে ।
ব্যৱহাৰ এৰি মায়া প্ৰাণীক কৰিবে দায়া
আক মনোতপ বোলে লোকে ॥১২০৪
তিনি তপ যেনমত কহিলোহো স্বৰূপত
কোন তপস্যাৰ কোন গুণ ।
তাহাৰো কহিবো ভেদ যাৰ যেন পৰিচ্ছেদ
সাৱধানে শুনিয়ো অৰ্জ্জুন ॥

শ্ৰদ্ধাযুক্তে তপ কৰে                চিত্তক একাগ্ৰে ধৰে
শীত উষ্ণ সুখ দুখ সহে ।
তপৰো নোখোজে ফল                যথা নাম তুষ্ট ভৈল
ইগোট সাত্বিক তপ কহে ।১২০
ৰজোগুণে তপ কৰে                নখ দাড়ি বঢ়াই ফুৰে
দন্ত খসি কৰে জকমক ।
মান্য সতকাৰে মোক                লোকে পূজা কৰিবেক
ভাল বুলি প্ৰশংসিবে লোক ॥
মই সদাচাৰ জ্ঞানী                ডুব মাৰো ৰাব তিনি
নৈষ্ঠিক আমাত পৰে নাই ।
যত মাগি খুজি আনে                গৰু মনুষ্যত বিনে
ডিঙ্গি সমে পেট ভৰি খাই ॥১২০৬
দম্ভ অহঙ্কাৰ কৰি                যিবা তপস্যাক কৰে
তাৰ ফল নথাকে সদায় ।
কৰ্ম্ম সাঙ্গে ফল নাই                মিছা মৰে দুখ পাই
যেন ইন্দ্ৰজালে কিছু নাই ॥
তমোগুণে মূঢ়মতি                প্ৰাণীৰ হিংসাত ৰতি
কৰ্ম্ম কৰি কায়ক্লেশে মৰে ।
অভিচাৰ মন্ত্ৰ কৰো                যত শত্ৰুগণ মাৰো
এহি বুলি তপক আচৰে ॥ ২০৭
তিনিগুণ তপস্যাৰ                প্ৰপঞ্চ কহিলো তাৰ
যি গুণৰ তপ যেন ঠান ॥

তপ যজ্ঞ যেনমত দুইৰো কহিলো তত্ত্ব
এবে শুনা যেনমত দান ॥
কাল দেশ পাত্ৰ জানি দান দেয় যিটো দানী
উপকাৰ যিটো নকৰয়।
যাহাত নাহিকে ভয় মিত্ৰ সম্বন্ধীয়া নয়
সেহি দান সাত্ত্বিক কহয় ॥১২০৮
উত্তৰায়ণ বিষুৱত দিনক্ষয় গ্ৰহণত
আকে কাল বুলি লোকে কয়।
কুৰুক্ষেত্ৰ গঙ্গা আদি সিন্ধু মুখ্য পুণ্য নদী
দেশ আকে বোলে ধনঞ্জয় ॥
সাত্ত্বিক দানৰ পাত্ৰ যিজন হোৱয় কহো
তাক শুনিয়োক কুৰুপতি।
যাক দিলে নাহি ক্ষয় জ্ঞানী যে বেদজ্ঞ হয়
ঈশ্বৰত যাৰ দৃঢ় মতি ॥১২০৯
ৰজোগুণে শুনা ধৰ্ম্ম দান দিয়া খোজে স্বৰ্গ
কতো দান দেই ভয় পাই।
যেনমতে দেয় কহো মই দিলে দিব এহো
কতো দেখ শশুৰ জামাই।
দান দিয়া লেখ কৰে এতখানি ব্যয় মোৰ
এহি বুলি কিছু কৰে শোক।
কৃষ্ণে বোলে হে অৰ্জ্জুন কৰ্ম্ম এতে ৰজোগুণ
কৰ্ম্ম ব্যাগ্ৰে নজানয় মোক ॥১২১০

তমোগুণে দেয় দান বজোসত্ত্ব হেন ঠান
কাল দেশ পাত্ৰ নজানয় ।
মদ মাংস ওচৰত শুদ্ধি নাহি শৰীৰত
আৰ দেয় যত থাকে ভয় ॥
দ্বিজ যাই তাৰ ঘাৰ মন্ত্ৰে আশীৰ্ব্বাদ কৰে
তাতো তুষ্ট নাহিকে তাহাৰ ।
যদিবা ব্ৰাহ্মণ নেৰে অন্ন নিয়া গালি পাৰে
মন্দে ছন্দে কৰে তিৰস্কাৰ ॥১২১১
নটাভ্যাস কৰিলেই পৰম উৎসুকে দেয়
ধন ধান্য বস্ত্ৰ অলঙ্কাৰ ।
দিয়া কৃতকৃতা মানে আপোনাক দাতা-জ্ঞানে
যুৱতি অধিক প্ৰীতি তাৰ ॥
পাৰ্থে বোলে দামোদৰ সংসাৰত যত নৰ
ৰজস্তমগুণীয়া বিস্তৰ ।
যজ্ঞ দান তপ কৰ্ম্ম বৃথা কৰে তপ ধৰ্ম্ম
মিছা দুখ পায়া মৰে নৰ ॥১২১২
সবে কৰ্ম্ম পৰিহৰে নিৰ্গুণ ভকতি কৰে
শুনা আৰে যেন গতি তাৰ ।
এৰাইলা সংসাৰ ভয় জন্ম মৃত্যু নপাৱয়
অপ্ৰয়াসে তৰিল সংসাৰ ॥
শুনিয়োক সৰ্ব্বলোক ৰাম-কৃষ্ণ বুলিয়োক
পৰম আনন্দ কৰি মনে ।

কহয় গোবিন্দ মিশ্ৰ ত্ৰাহি ত্ৰাহি ৰামকৃষ্ণ
তযু পদে পশিলো শৰণে ॥১২১৩
পৰম মঙ্গল নাম জপিয়োক অবিশ্ৰাম
চিন্তিয়ো হৃদয়ে ৰূপ ধৰি।
গুচিব সংসাৰ ভয় দূৰ হব দুখচয়
সঘনে ঘুষিয়ো ৰাম হৰি ॥১২১৪

---

পদ

কৃষ্ণে বোলে ভাল প্ৰশ্ন কৰিলা অৰ্জ্জুন।
ৰজস্তম গুণে কৰ্ম্ম কেৱলে নিৰ্গুণ।
সগুণে নিৰ্গুণে হোৱে যেমত প্ৰকাৰ।
শুনা সাৱধানে কহো ৰহস্য তাহাৰ ॥১২১৫
বেদসাৰ বীজ কহো তোমাৰ আগত।
স্বৰূপত আনে আৰ নজানয় তত্ত্ব॥
এহি পদ আদি কৰি ছয় পদ মানে।
নিষ্ঠে নপঢ়িব শূদ্ৰে ব্ৰাহ্মণত বিনে ॥১২১৬
ছয় পদে বেদৰ কহিবে সাৰ তত্ত্ব।
তাক এৰি শূদ্ৰে লাগে পঢ়োক পাচত *

* মূলত এই কথা নাই। পুথি নকল কৰোতে নকলকাৰকে সম্ভৱতঃ লগাই দিছে। —সম্পাদক।

কৃষ্ণে বোলে কহো নিষ্টে গায়ত্ৰী আদ্যত ।
দ্বিজগণে পঢ়ে এই মন্ত্ৰ ওঁ তৎসৎ ॥১২১৭
আকাৰ উকাৰ যাক মকাৰ বোলয় ।
তিনিটা ব্ৰহ্মৰ নাম জানিবা নিশ্চয় ॥
যাগ যোগ তপ জপ যত যজ্ঞ দান ।
তন্ত্ৰ মন্ত্ৰ শ্ৰাদ্ধ হোমে নিয়ম বিধান ॥১২১৮
কাল দেশ দ্ৰব্য শুদ্ধি নোহে এতেকৰ ।
অঙ্গবিধি হীন যদি হোৱয় কৰ্ম্মৰ ॥
তথাপিতো সাঙ্গে পূৰ্ণ হোৱয় সকলে ।
সত্যে জানা এহি তিনি নাম উচ্চাৰিলে ॥১২১৯
বাসনা সহিতে পাপ উচ্চাৰিলে দহে ।
সাক্ষাত ব্ৰহ্মক এহি তিনি নামে কহে ॥
সিকাৰণে বেদ যজ্ঞ দ্বিজ ঋষি যত ॥
এসম্বাক আছে ব্ৰহ্মা স্ৰজিলা পূৰ্ব্বত ॥১২২০
জগতৰ কাৰণ ওঙ্কাৰ ব্ৰহ্মময় ।
ওঁ শব্দে ওঙ্কাৰ যে ব্ৰহ্মাক বোলয় ॥
ব্ৰহ্মা সত্য বুলিয়া মকাৰ কহে আত্ম ।
এহি তিনি নামেসে ব্ৰহ্মক প্ৰতিপাদ্য ॥১২২১
ব্ৰহ্মবাদী সকলেপে এহি হেতু জানি ।
যজ্ঞ দানে কৰ্ম্ম নেৰে ওঁকাৰাদি বাণী ॥
ওঁকাৰে কেৱল সত্বশুদ্ধিক কহয় ।
মুমুক্ষুসকলে আক জানিয়া নেৰয় ॥১২২২

যজ্ঞ দান বিবাহ মাঙ্গল্য কর্ম্ম যত।
সিকাৰণে সাধুসঙ্গ কৰয় প্ৰশস্ত ॥
ৰজস্তম গুণৰ কহিলো পৰিচ্ছেদ।
এহি খানি জানিবা কর্ম্মৰ মর্ম্ম ভেদ ॥১২২৩
পঢ়ে সবে তিনি নাম সত্ত্ব নজানয়।
ঘূণে কাটা কাষ্ঠ যেন তাৰ সেহি নয় ॥
কিন্তু কর্ম্ম কৰিবেক ঈশ্বৰৰ অর্থে।
হৰি ব্যতিৰেকে কর্ম্ম সবে যায় ব্যর্থে ॥১২২৪
পুত্ৰ দাৰা ধন জন গৃহ ক্ষেত্ৰ যত।
আপোনাক সর্ব্ব অগ্ৰে অর্পি ঈশ্বৰত ॥
অর্চ্চন বন্দন সেৱা শ্ৰৱণ কীৰ্ত্তন।
স্মৰণ সখিত্ব দাস্য আত্ম-নিবেদন ॥১২২৫
গন্ধ পুষ্প ধূপ দীপ বস্ত্র অলঙ্কাৰ।
ঈশ্বৰক সমর্পিবে আজ্ঞা মানি তাৰ ॥
কিন্তু কর্ম্ম কৰিবেক আজ্ঞা মানি তাত।
তেবেসে ঈশ্বৰ তুষ্ট হোৱয় সাক্ষাত ॥১২২৬
শ্ৰদ্ধা বিনে দেখা দেখি কর্ম্মক কৰয়।
কর্ম্ম সিদ্ধি নোহে তাৰ ফল নধৰয় ॥
দেখা কূর্ম্মে তটে অণ্ড থৈয়া জলে বঞ্চে।
শ্ৰদ্ধা কৰি মনে বাঞ্চে তভো শিশু সঞ্চে ॥১২২৭
চিত্তনৰ অনুভৱ কর্ম্মে শ্ৰদ্ধা মূল।
তেবেসে ঈশ্বৰ তাৰ হোন্ত অনুকূল ॥

ৰজোগুণ তমোগুণ দুইকো পৰিহৰি ।
সত্বগুণে থাকি কৰ্ম্ম কৰে শ্ৰদ্ধা কৰি ॥১২২৮
তেবেসে জ্ঞানৰ যে হোৱয় অধিকাৰ ।
তাতপৰ্য্য এহি সপ্তদশ অধ্যায়ৰ ॥
কহয় গোবিন্দ মিশ্রে কৃষ্ণ চৰণত ।
সাঙ্গোপাঙ্গে তল গৈলো গৃহান্ধকূপত ॥১২২৯
অপাৰ সাগৰে পৰি হওঁ বুদ্ধামাৰ ।
এবে পদ নৌকা দিয়া কৰিয়ো উদ্ধাৰ ॥
যদি সভাসদ মোক শুৱাইবাক পাৰা ।
ৰাম কৃষ্ণ বুলিয়া যে জয় শব্দ কৰা ॥১২৩০

সপ্তদশ অধ্যায় সমাপ্ত

# অষ্টাদশ অধ্যায়

## সন্ন্যাস যোগ

### পদ

কৌৰৱে বোলন্ত শুনিয়োক দামোদৰ।
মধ্যস্থে থাকিলে তুমি কুৰু-পাণ্ডৱৰ ॥
কৃষ্ণে বুলিলন্ত ভাল বোলা কুৰুপতি।
কিন্তু আগ হন্তে মই পাৰ্থৰ সাৰথি ॥১২৩১
ৰথী হৈয়া নুযুজিবো বোলো সত্য কৰি।
সত্যে সত্যে নুযুজিবো অস্ত্ৰ শস্ত্ৰ ধৰি ॥
হেন শুনি কেশৱক ভীষ্মে বোলে বাক।
অস্ত্ৰ ধৰি যাইবা সত্যে যুজাইবো তোমাক ॥১২৩২
দুয়ো জনে সত্য কৰিলন্ত ঘোৰতৰ।
অনন্তৰে দুয়ো দলে মিলিল সমৰ ॥
ভীষ্মে মাৰিলন্ত শৰ অৰ্জ্জুনক বুলি।
ৰথ সমে ঘোৰা পৃথিবীত থৈলা শালি ॥১২৩৩
এৰাইতে নাপাৰে ঘোৰা পশিল পাতাল।
হেন দেখি ৰথ হন্তে নামিলা গোপাল ॥
চক্ৰগোট ধৰি হৰি গুণন্ত মনত।
যদি অস্ত্ৰ ধৰি যুজো সত্য হোৱে হত ॥ ১২৩৪

সুবুজিলে ভকতৰ সত্য দূৰে যায়।
অন্যায়ে ভক্তৰ ৰথ ৰাখিতে যুৰায়॥
এহি বুলি চক্র ধৰি ৰাখিলা সকল।
আপোনাৰ সত্য এৰি ভকতবৎসল॥১২৩৫
হেনয় কৃষ্ণৰ পদে কোটি নমস্কাৰ।
আৰম্ভ কৰিলো অষ্টাদশ অধ্যায়ৰ॥
পুনৰপি অৰ্জ্জুনে কৰিলা প্ৰণিপাত।
দণ্ডৱতে পৰিলা ভূমিত দিয়া মাথ॥১২৩৬
কৃতাঞ্জলি কৰি পাচে বুলিলা বচন।
চৰণে শৰণ লৈলো কেশীনিসূদন॥
যাক বুলি কেশী আতি পৰম দুৰ্জ্জন।
তাৰ নাম শুনিয়া পলায় দেৱগণ॥১২৩৭
কংসৰ আদেশে সিটো ঘোৰ ৰূপ ধৰি॥
তোমাক মাৰিবে আইলা হয় ৰূপ ধৰি॥
শীঘ্ৰে শব্দ কৰি মুখ মেলি আসে ধাই।
তুমিয়ো বধিলা তাৰ কেশ লাগ পাই॥১২৩৮
বাম হাত মুখত ভৰাইলা নাৰায়ণ।
কাটিল বদন তাৰ কাঙ্কৰীৰ ঠান.
হেন কৃষ্ণ তোমাক যে কোটি নমস্কাৰ।
তুমিসে শৰণ্য মোৰ প্ৰিয় নাহি আৰ॥১২৩৯
এগোটা সংশয় বৰ ভৈল মোৰ মনে।
তুমি পৰিচ্ছেদ নিদি দিব কোন জনে॥

পূৰ্ব্বে মোক হেনয় কহিলা ভগৱান।
কৰ্ম্ম কৰি ফল নবাঞ্ছিবা কদাচন ॥১২৪০
পঞ্চমত কহা কৃষ্ণ কৰ্ম্ম কৰি নাশ।
মন চিত্ত বশ্য কৰি হৈবেক উদাশ ॥
দম্ভ মদ যত নপাইবেক সুখে দুখে।
ব্ৰহ্ম চিন্তি যোগী থাকিবেক আত্মসুখে ॥১২৪১
ন্যাস ত্যাগ ভেদ মই জানিবাক চাওঁ।
পঙ্কজ চৰণে যদি আজ্ঞা লেশ পাওঁ॥
যেবে যোগ্য হওঁ তেবে কহিয়োক মোত।
মই প্ৰিয় শিষ্য যে সেৱক অনুগত ॥১২৪২
কৃষ্ণে বোলে উত্তম কহিলা ধনঞ্জয়।
তুমি মোৰ শিষ্য আতি পৰম বিনয় ॥
কহি আছো আগে যত কহো পুনৰ্ব্বাৰ।
তোমাত কহন লোক তৰিবে সংসাৰ ॥১২৪৩
যত কৰ্ম্ম সকামত ফল কৰি আশ।
ফল সমে সেহি কৰ্ম্মে কৰিবেক নাশ ॥
সকাম কৰ্ম্মেসে ন্যাস কহিলোহো তত্ত্ব।
এবে শুনিয়োক কহো ত্যাগ যেনমত ॥১২৪৪
নিষ্কাম কৰ্ম্মক সখি কহো যিটো লোক।
সেহি কৰ্ম্মে ফলত্যাগ কৰ্ম্ম কৰিবেক ॥
সকামীৰ কৰ্ম্মনাশ জানা মহাভাগ।
নিষ্কামে কৰিব কৰ্ম্ম কৰি ফলত্যাগ ॥১২৪৫

নাশৰ ত্যাগৰ আনে নজানয় ভেদ।
তুমি যি পুছিলা তাৰ এহি পৰিচ্ছেদ ॥
ফলত্যাগ কৰি কৰ্ম্ম কৰিবে সকলে।
কিন্তু সাংখ্যবাদী তাত হেন বোল বোলে ॥১২৪৬
কিবা কাৰ্য্যে কৰ্ম্ম কৰি মৰে হৈয়া অন্ধ
যত কৰ্ম্ম দেখা সংসাৰতে কৰে বন্ধ ॥
যেবে হিংসা দেখিয়া সকাম এৰে নৰ।
নিষ্কাম কৰ্ম্মতো হিংসা আছয় বিস্তৰ ॥১২৪৭
নিষ্কামত ফলপুষ্প দ্ৰব্যৰ সঞ্চয়।
গুণি চাহা হিংসা তাত হোৱে কি নহয় ॥
কৰ্ম্ম কৰি দুখ পাৱে লাগে মানে যত।
আৰো সেহি কৰ্ম্মে বন্ধ কৰে সংসাৰত ॥১২৪৮
যেন কৃমি আপোনাৰ সূত্ৰে বাসা কৰে।
বাসা বান্ধি আত্মকৰ্ম্মে ভিতৰতে মৰে ॥
দুখ ভাৱে কৰ্ম্ম কৰি ফলক নলয়।
কুঞ্জৰৰ স্নানে যেন তাৰো সেহি নয় ॥১২৪৯
মীমাংসাবাদীৰ মতে কৰ্ম্মেসে প্ৰশস্ত।
কৰ্ম্ম হন্তে সৃষ্টি হোৱে চৰাচৰ যত ॥
হেন জানি তপ যজ্ঞ দান কৰিয়োক।
সত্ত্বশুদ্ধি হৈয়া যে পবিত্ৰ হোৱে লোক ॥১২৫০
ভজন আসন যত শয়ন আহাৰ।
তাক কৰ্ম্ম বুলি কৰে ক্ৰিয়াৰ ব্যাপাৰ ॥

কৰ্ম্ম কৰিবেক লোকে বেদে হেন কহে।
নকৰিলে কৰ্ম্ম পুনু শৰীৰ নৰহে ॥১২৫১
সাংখ্য মীমাংসাৰ দুইৰো মত দূৰ কৰি।
আপোনাৰ নিজ মত কহন্ত মুৰাৰি ॥
কৃষ্ণে বোলে অৰ্জ্জুন জানিবা মোত বিনে।
দুৰ্ব্বোধ ত্যাগৰ ভেদ নজানয় আনে ॥১২৫২
ব্যাঘ্ৰপুৰুষ তুমি কুৰু মধ্যে শ্ৰেষ্ঠ।
শিষ্য সখি প্ৰিয় যে সুহৃদ মোৰ ইষ্ট ॥
শুনিয়োক কহো যেন কৰ্ম্মৰ প্ৰকাৰ।
যি কৰ্ম্মে নহয় বন্ধ তৰয় সংসাৰ ॥১২৫৩
কৰ্ত্তা ক্ৰিয়া কাৰণ কৰ্ম্মৰ দ্ৰব্য যত।
মোত অৰ্পিবেক আগে কৰ্ম্মৰ পূৰ্ব্বত ॥
ঈশ্বৰ আজ্ঞায়ে কৰ্ম্ম এৰি অহঙ্কাৰ।
ত্যজি অভিমান ফল নবাঞ্ছিব তাৰ ॥১২৫৪
এহি কৰ্ম্মে পাপ পুণ্য দুয়ো হোৱে হত।
সেহিসে উত্তম পথ মোহোৰ সন্মত।
কৰ্ম্ম কৰিবাত তাৰ পাপ ভৈল সাৰ ॥
ফল এৰিলাত পুণ্য নভৈল তাহাৰ ॥১২৫৫
কেৱল উদাসে পাপ পুণ্য ভৈল দূৰ।
যেন ফল বীজহীনে নগজে অঙ্কুৰ ॥
কৰ্ম্মে যদি পুৰুষক আপুনি নেৰয়।
তভকাল মানে কৰ্ম্ম কৰিতে লাগয় ॥১২৫৬

আৰো দেখা পুৰুষৰ মোহোৰ কথাত ।
শুনিবাতো যদি শ্ৰদ্ধা ৰতি নোহে জাত ॥
যতকাল মোত জ্ঞাননিষ্ঠা নোপজয় ।
ততকাল মানে কৰ্ম্ম কৰিতে লাগয় ॥ ১২৫৭
বেদৰ পৰম অৰ্থ এহিসে প্ৰধান ।
নজানিয়া মূঢ়ে আন কৰয় ব্যাখ্যান ॥
গুণ অনুক্ৰমে এহি ত্যাগ যেন ঠান ।
গুণভেদ ত্যাগ কহো হৈয়ো সাৱধান ॥১২৫৮
মোহে থাকি নিত্য-কৰ্ম্ম কৰে পৰিহাৰ ।
সেহিগোট ত্যাগ যে তামস নাম তাৰ ॥
শৰীৰক আত্মা বোলে নাহি তত্বজ্ঞান ।
শীত দুখ ভয়ে নকৰয় প্ৰাতঃস্নান ॥১২৫৯
কায় ক্লেশ ভয়ে নকৰয় একাদশী ।
প্ৰাতে দেৱ নাৰ্চ্চয় কৰিযা আলসি ॥
যজ্ঞ দান তপ নকৰয় মন্দাশয় ।
ইগোট ৰাজস ত্যাগ জানিবা নিশ্চয় ॥১২৬০
ৰাজস ত্যাগত ভক্তিজ্ঞান নোপজয় ।
সাত্বিক গুণৰ ত্যাগ শুনা মহাশয় ।
আৱশ্যক কৰ্ম্ম কৰে বেদৰ বিহিত ॥
কৰ্ম্মফল নোপজয় সঙ্কল্প বৰ্জ্জিত ॥১২৬১
শিশিৰ কালত প্ৰাতে স্নান তপ কৰে ।
যদি দুখ পাৱে সহে তভো কৰ্ম্ম নেৰে ॥

গ্ৰীষ্মকালে যি কালত হোৱয় মধ্যাহ্ন।
শুচোক যে গ্ৰীষ্ম বুলি নকৰয় স্নান ॥১২৬২
দুখক নেৰয় সিটো সুখ নোখোজয়।
স্থিৰ বুদ্ধি নাহি যাৰ মনৰ সংশয় ॥
যদি হেন বোলা তুমি শুনা মহামতি।
কৰ্ম্ম এৰিবাক পাৰে কাহাৰ শকতি ॥১২৬৩
যত প্ৰাণী আছে মানে সংসাৰৰ ধৰ্ম্মে।
ক্ষণেকো নাথাকে লোক মাত্ৰ বিনা কৰ্ম্মে ॥
স্বধৰ্ম্মত থাকি কৰ্ম্ম কৰিবেক আগ।
কিন্তু কৰ্ম্মফল তাৰ কৰিবেক ত্যাগ ॥১২৬৪
সকামীৰ কৰ্ম্ম কহো শুনা মহাবল।
তাসম্বাৰ কৰ্ম্মৰ ত্ৰিবিধ আছে ফল ॥
যিটো পুণ্য কৰি সুখ ভুঞ্জয় স্বৰ্গত।
পাপ কৰি নৰ্ক ভুঞ্জি পৰয় অধত ॥১২৬৫
পাপ পুণ্য যিটো জনে কৰে মিসলাই।
সিজনে মনুষ্য হুয়া সুখ-দুখ পায় ॥
যি জনে ঈশ্বৰে অৰ্পি কৰ্ম্ম কৰে তাৰ।
স্বৰ্গ নৰ্ক জন্ম নাহি ত্ৰিবিধ প্ৰকাৰ ॥১২৬৬
ঈশ্বৰৰ অৰ্থে কৰ্ম্ম কৰয় সকলে।
ফলত্যাগী তাক যে সন্ন্যাস কৰি বোলে ॥
আৰো তাত হেন যদি বোলা মহাবল।
কৰ্ম্ম কৰিলাতে সুখুজিলে হৈব ফল ॥১২৬৭

কৰ্ম্মৰ লগতে ফল আছয় সাক্ষাত।
যেন বীজ হন্তেসে অঙ্কুৰ হোৱে জাত॥
স্বৰূপত এহি হোৱে কিন্তু আছে বোল।
সকল কৰ্ম্মত পুনু অহঙ্কাৰ মূল॥১২৬৮
ফল অহঙ্কাৰ এৰি কৰ্ম্ম কৰে যিটো।
একেকেসে কৰ্ম্মবন্ধ নোহে এহি হেতু॥
আৰো সাংখ্যশাস্ত্ৰ কহে শুনিয়ো অৰ্জ্জুন।
সৰ্ব্ব কৰ্ম্ম সিদ্ধি কৰে পঞ্চটা কাৰণ॥১২৬৯
কৰ্ত্তা ক্ৰিয়া কাৰণ যে চেষ্টাধিদৈৱত।
এহি পাপহেতু কৰ্ম্ম কৰয় সমস্ত॥
কোন অধিদেৱতা যে কোন অহঙ্কাৰ।
কাৰণ কাহাক বোলে নাম কহো তাৰ॥১২৭০
শৰীৰেসে অধিষ্ঠান কৰ্ত্তা অহঙ্কাৰ।
দশ গোটা ইন্দ্ৰিয় কাৰণ ভৈল তাৰ॥
যত ক্ৰিয়া সহিত ব্যাপাৰ প্ৰাণাপান।
আদিত্যক আদি কৰি ইন্দ্ৰ অধিষ্ঠান॥১২৭১
কায় বাক্য মনে কৰে যেন যত কৰ্ম্ম।
পাপ পুণ্য সমে শুভাশুভ ধৰ্ম্মাধৰ্ম্ম॥
এহি পাঞ্চ হেতু হোৱে কৰ্ম্ম নিৰন্তৰ।
অসঙ্গ উপাধি হীন কৰ্ত্তা অকৰ্ত্তা ঈশ্বৰ॥১২৭২
গুৰু উপদেশ নাহি শাস্ত্ৰকো নাজানে।
আত্মাক দুৰ্ম্মতি সিটো কৰ্ত্তা কৰি মানে॥

তাত তুমি হেন যদি বোলাহা অৰ্জ্জুন ।
সকলে দুৰ্গতি যদি সুমতি বা কোন ॥১২৭৩
যিজন সুমতি তাক শুনা গুড়াকেশ ।
সৰ্ব্বদা মনত যাৰ নাহি ৰাগ দ্বেষ ॥
ইষ্টানিষ্ট কৰ্ম্মে পুনু বুদ্ধি নাহি যাৰ ।
স্বভাৱতে নাহি অভিমান অহঙ্কাৰ ॥ ১২৭৪
কৰ্ম্ম কৰি মই কৰো নোবোলয় তাক ।
দেহত কৰিয়া ভিন্ন দেখে আপোনাক ॥
এহিমতে জ্ঞান যেবে থৈবে পুৰুষৰ ।
সিজনে সকলো লোক বাম ত্ৰৈলোক্যৰ ॥১২৭৫
জানিবাহা তাক বধদোষে নপাৱয় ।
কৰ্ম্মে নিলিপয় সংসাৰতো বন্ধ নয় ॥
জ্ঞান জ্ঞেয় পৰিজ্ঞাতা ত্ৰিবিধ প্ৰকাৰ ।
জ্ঞানে ইষ্ট সাধে জ্ঞেয় ধৰ্ম্ম নাম তাৰ ॥১২৭৬
যাক বুলি পৰিজ্ঞাতা সেই কৰ্ম্ম ফল ।
এহি তিনিবিধ জানা সগুণ কেৱল ॥
স্বৰূপে নিৰ্গুণ আত্মা জানিবাহা ভাল ।
নিৰ্গুণ তেখনে হৰি ম্যক্ত অনুকূল ॥১২৭৭
কৰ্ত্তায়ে কৰ্ম্মক কৰে কাৰণক সেই ।
একে কৰ্ম্ম গুণভেদে তিনিবিধ হুই ॥
জ্ঞান ক্ৰিয়া কৰ্ত্তা কৰ্ম্ম সাঙ্গে কহো পুনু ।
গুণভেদে একে যে ত্ৰিবিধ হোৱে তনু ॥১২৭৮

যদি সত্ত্ব গুণে আতি স্ফটিক প্ৰকাশে ।
তভো সত্ত্বে বান্ধি কহিলোহো চতুৰ্দ্দশে ॥
পাচে সপ্তদশে কহিলোহো যত ধৰ্ম্ম ।
ৰজস্তম এৰি সত্ত্বগুণে কৰে কৰ্ম্ম ॥১২৭৯
যত কৰ্ম্ম দেখা মানে তিনি গুণে বন্ধ ।
আত্মাত নাহিকে পুনু গুণৰ সম্বন্ধ ॥
যেহি জ্ঞানে আত্মাক কৰয় সাক্ষাৎকাৰ ।
জ্ঞানৰ ত্ৰিবিধ মত শুনা পুনৰ্ব্বাৰ ॥১২৮০
ব্ৰহ্মা আদি কৰিয়া যতেক চৰাচৰ ।
সবাতো ঈশ্বৰবুদ্ধি দেখে যিটো নৰ ॥
যদি প্ৰপঞ্চত ভিন্ন দেখয় সমান ।
এহিমত যাহাৰ সাত্ত্বিক তাৰ জ্ঞান ॥১২৮১
ৰাজস জ্ঞানক কহো শুনিয়োক চিহ্ন ।
উত্তম অধম জীৱৰূপে দেখে ভিন্ন ॥
আত্মা একে জানি তাত কৰে ভিন্ন জ্ঞান ।
কাহাকো বন্দয় কাকো চুইলে কৰে স্নান ॥১২৮২
তামস গুণক কহো শুনিযো প্ৰকাৰ ।
পৰমাৰ্থ তত্ত্ব তাৰ নকৰে বিচাৰ ॥
নলৰে প্ৰমাণ দুষ্টে নিজিজ্ঞাসে শাস্ত্ৰ ।
কেৱলে দেৱতা বুদ্ধি প্ৰতিমাত মাত্ৰ ॥১২৮৩
সবাত ঈশ্বৰ আছে নাজানে অজ্ঞানে ।
শ্ৰদ্ধা কৰি প্ৰতিমাক পূজে বান্ধি দিনে ॥

কৰ্ম্ম ত্ৰিবিধক কহো শুনা গুড়াকেশ।
কৰ্ম্ম কৰি সৰ্ব্বদা এৰিবে ৰাগ দ্বেষ॥১২৮৩
অপ্ৰাপ্য বস্তুক যিটো অভিলাষ কৰে।
পাইলে যত্নে ৰাখে যিটো ৰাগ নাম তাৰে।
যেবে বস্তু নপাইলে তাতে কৰে ক্লেশ।
নিশ্চয়ে জানিবা সখি তাৰ নাম দ্বেষ॥১২৮৫
নিত্য নৈমিত্তিক কৰ্ম্ম কৰয় শ্ৰদ্ধায়।
মই কৰ্ম্ম কৰো বুলি অভিমান নাই॥
নিষ্কামে কৰয় কৰ্ম্ম ফল কৰি ত্যাগ।
সেহি কৰ্ম্ম সাত্ত্বিক জানিবা মহাভাগ॥১২৮৬
অহঙ্কাৰ ভাবে ৰজোগুণে কৰ্ম্ম কৰে।
নৈষ্ঠিক কুলীন জ্ঞাতা এহি গৰ্ব্বে মৰে।
মইসে জানোহো কৰ্ম্মবিধি অনুষ্ঠান।
চতুৰ পণ্ডিত নাহি মোহোৰ সমান॥১২৮৭
কৰ্ম্ম আৰম্ভতে যে সঙ্কল্প কৰে ঘোৰ।
ধন জন বিভৱ ঐশ্বৰ্য্য হোক মোৰ॥
কত অভিচাৰ কৰে শত্ৰুক্ষয় অৰ্থে।
বহু দুখ পায় ধনব্যয় কৰে ব্যৰ্থে॥১২৮৮
শোকত মোহেত থাকি কৰ্ম্ম আৰম্ভয়।
উত্তম পুৰুষ তাৰ আলস্য নোহয়॥
শুভাশুভ কিবা ফল হোৱয় কৰ্ম্মৰ।
তাক নচায়য় পশু কটিয় মানুষ॥১২৮৯

ইহাৰ তামস কৰ্ম্ম জানা ধনঞ্জয়।
কৰ্ত্তাৰ ত্ৰিবিধ কহো শুনিয়ো নিৰ্ণয়॥
গৰ্ব্ব অহঙ্কাৰ যত কৰিব বৰ্জ্জিত।
ধৈৰ্য্য অৱলম্বী হুয় উৎসাহ সদিত॥১২৯০
কৰ্ম্মফল সিদ্ধি হৈলে নকৰে আহ্লাদ।
যদিবা নোহয় সিদ্ধ নকৰে বিষাদ॥
সাত্বিক কৰ্ত্তাৰ জানা কহিলো প্ৰমাণ।
এবে কহো ৰাক্ষস কৰ্ত্তাৰ যেন ঠান॥১২৯১
ৰজোগুণে কৰ্ত্তা যিটো ইন্দ্ৰিয়ৰ পূজে।
অল্প কৰ্ম্ম কৰি বহু বিভূতিক খোজে॥
পুত্ৰৰ ভাৰ্য্যাৰ ৰাত্ৰিদিনে চিন্তে হিত।
অপ্ৰাপ্য বস্তুক অভিলাষ কৰে নিত॥১২৯২
বাত পিত্তে থাকি পুত্ৰাদিৰো উঠে জ্বৰ।
তাৰ অৰ্থে পশু পক্ষী কাটিয় বিস্তৰ॥
পূৰ্ব্বে কৰ্ম্ম দুখ ভুঞ্জি আপুনি এৰায়।
বোলে যদি বলি নেদো পুত্ৰ মৰি যায়॥১২৯৩
যদি বলি দিলে মৰে নিজ আয়ুক্ষয়।
তাতো বোলে কিবা ছিদ্ৰে মাৰিলক দেৱে॥
লাভত আনন্দ অলাভত অপমান।
ৰজোগুণে কৰ্ত্তাৰ জানিবা এহি ঠান॥১২৯৪
বিগোট তামসী কৰ্ত্তা নাহি সাৱধান।
বচনে লোকক পীড়ি দেয় অপমান॥

নাহি নম্ৰভাৱ যে বিবেক শূন্য তাৰ।
আপোনাৰ সামৰ্থ্যক নকৰে বিচাৰ ॥১২৯৫
দিনেকৰ কাৰ্য্য সিটো ছয় মাসে কৰে।
অল্প বস্তু নষ্টত বিষাদ কৰি মৰে ॥
শুনা পাৰ্থ চিত্ত বুদ্ধি মন কাক বোলে।
তিনিৰো নিৰ্ণয় ভেদ কহিবো সকলে ॥১২৯৬
জৰীগাছ পৰি আছে সৰ্পৰ আকাৰ।
আচম্বিতে দেখি সৰ্প জ্ঞান ভৈল তাৰ ॥
সৰ্প জৰী নিশ্চয় নাপাৰে কৰিবাক।
সঙ্কল্প বিকল্প কৰ্ম্ম মন বোলে তাক ॥১২৯৭
পাচত জানিল জৰীগাছ সৰ্প নোহে।
সেহিগোট বুদ্ধি বুলি সৰ্ব্বলোকে কহে ॥
মত বুদ্ধি বৃত্তি এৰি হয়ো ভৈলা স্থিত।
যিখানি একাগ্ৰে বহে তাৰ নাম চিত্ত ॥১২৯৮
ধৰ্ম্মাধৰ্ম্ম জানে কিন্তু তত্ত্ব নজানয়।
দুই দুই দুগুচয় মনৰ সংশয় ॥
বলে যজ্ঞ কৰে বৃক্ষ পুৰিযা সাক্ষাত।
নৰ্ক বিনে স্বৰ্গ নোহে গৰু পুৰিবাত ॥১২৯৯
শাস্ত্ৰ মানি যজ্ঞ কৰি মদ্য গ্ৰাণ কৰে।
তাত পৰে কোন পাপী আছয় সংসাৰে ॥
ধৰ্ম্মতে অধৰ্ম্ম বুদ্ধি নুগুচে সংশয়।
এহি বুদ্ধি ৰজোগুণী জানা ধনঞ্জয় ॥১৩০০

সেহি সত্ত্বগুণী ঈশ্বৰক নেৰে মনে।
যি কৰ্ম্মত বন্ধ মোক্ষ দুইবো ভেদ জানে ॥
ধৰ্ম্মতে প্ৰৱৰ্ত্তে নিবৰ্ত্তয় অধৰ্ম্মত।
কাৰ্য্যাকাৰ্য্য কাৰণ সমাৰ জানে তত্ত্ব ॥১৩০১
তমোগুণীয়াৰ বুদ্ধি আৱৰে অজ্ঞানে।
ধৰ্ম্মত অধৰ্ম্ম অধৰ্ম্মত ধৰ্ম্ম মানে ॥
তমোগুণে কৰ্ম্ম কৰে নিৰ্ণয় নাজানে।
ধৃতিৰ ত্ৰিবিধ কহো শুনা সাৱধানে ॥১৩০২
মন প্ৰাণ ইন্দ্ৰিয়ৰ ক্ৰিয়াৰ ব্যাপাৰ।
বিষয়ত মন নহৈবেক ব্যভিচাৰ ॥
ব্ৰহ্মাৰ চিন্তনে মন ৰহিলে নিশ্চলে।
বিষয়ক ইন্দ্ৰি যোগে যদি মন চলে ॥১৩০৩
ধৈৰ্য্য শক্তি মনক নিশ্চলে থোৱে ৰাখি।
ইগোটা সাত্ত্বিক ধৃতি জানিবাহা সখি ॥
ৰাজস ধৃতিৰ পাৰ্থ শুনিয়ো নিৰ্ণয়।
ধৰ্ম্ম অৰ্থ কামত সৰ্ব্বথা নিয়োজয় ॥১৩০৪
সকামে তৃষ্ণায়ে কৰ্ম্ম কৰয় সকল।
যদি পুণ্য ধৰ্ম্ম কৰে ভুঞ্জো নেৰে ফল ॥
ক্ৰোধ মদ মান যে বিষাদ গৰ্ব্ব ভয়।
ধৃতি মনে এসবাকো স্বপ্নত নেৰয় ॥১৩০৫
সুখৰ শুনিয়ো সখি ত্ৰিবিধ প্ৰকাৰ।
গুণ অনুক্ৰমে সুখ হোৱে যিজনাৰ ॥

সাত্ত্বিক সুখৰ তুল্য সুখ আৰ নাই।
অভ্যাস কালৰ সুখ যেন বিষ প্ৰায়॥১৩০৬
মন ইন্দ্ৰি সংযমত দুখ হোৱে টান।
অল্প দুখে সুখ পাচে অমৃত সমান॥
যেন তিক্ত খান্তে প্ৰথমতে আসে বান্তি।
খাইলে পিত্ত গুচি হোৱে শৰীৰৰ শান্তি॥১৩০৭
সাত্ত্বিক সুখৰ জানিবাহা সেহি নয়।
প্ৰসাদক লভি হোৱে আত্মা পৰিচয়॥
ৰজোগুণী সুখ বিষয়ত মাত্ৰ ৰতি।
বিষয়ত ইন্দ্ৰিয়ে সৰ্ব্বথা কৰে গতি॥১৩০৮
ৰজোগুণী সুখ আগে স্বৰ্গৰ সদৃশ।
পাচে সেহি জ্ঞানে হোৱে হলাহল বিষ॥
যেন সঙ্গমত আছে নাৰী পুৰুষৰ।
ইন্দ্ৰিয়ৰ সুখ মানে স্বৰ্গ পটন্তৰ॥১৩০৯
অৱসানে স্বাৰ্থ হানি বল হোৱে দূৰ।
লোকলজ্জা চিন্তা ভয়ে যেন গৃহ চোৰ॥
গৰ্ভ ভৈলে নাৰী দিনে দিনে দুখ পায়।
কটি পেট ফাটয় দেহৰ সুস্থ নাই॥১৩১০
উঠন্তে বৈসন্তে খান্তে বোলে বাপ আই।
প্ৰসৱ কালৰ দুখ পটন্তৰ নাই॥
নাৰীৰ চিন্তায়ে দুখ হোৱে পুৰুষৰ।
পুত্ৰ ভাৰ্য্যা আসক্তিত নৰক নাতৰ॥১৩১১

তমোগুণী সুখ গোট জানিবাহা ভালে।
নিদ্ৰালস্য প্ৰসাদে নেৰয় একোকালে॥
নাহি সাৱধান দুখকেসে সুখ বোলে।
তমো গুণী আত্মা মোহ পাৱয় কেৱলে॥১৩১২
সুৱৰ্ণক অন্ধজনে নিচিনয় যেন।
ঈশ্বৰো নেদেখে তমোগুণী সেহি ঠান॥
তমোগুণে থাকে হৰি নোহন্ত বেকত।
সত্বৰ সঙ্গত হৰি হোৱে স্বৰূপত।১৩১৩
কহয় গোবিন্দ মিশ্ৰে শুনা সৰ্ব্বজন।
সত্বৰে লৈয়োক নৰ কৃষ্ণত শৰণ॥
শীঘ্ৰে এৰিয়োক গৃহে আন যত কাম।
পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম॥১৩১৪

## দুলড়ী

অৰ্জ্জুন বদতি শুনা যদুপতি
বন্দোহো তৱ চৰণ।
স্বৰ্গ মৰ্ত্ত্য যত আছে পাতালত
নাগ নৰ দেৱগণ॥
তোমাৰ বাক্যক শুনি ভয় ভৈলো
কহিলা যেন কাৰণ।

সবাকো বান্ধিয়া তিনি গুণে পাচে
মুক্তি নাহি একোজন ॥১৩১৫
পাচে দামোদৰ দিলন্ত উত্তৰ
শুনিয়ো পাণ্ডুকুমাৰ।
তোমাৰ ৰহস্য কহিবো অৱশ্য
সমস্ত গীতাৰ সাৰ॥
ব্রাহ্মণ ক্ষত্রিয় বৈশ্য শূদ্র চাৰি
যাৰ যেন মত চিহ্ন।
যাৰ যেনমত লক্ষণ আচাৰ
কহো শুনা কৰি ভিন্ন॥১৩১৬
বাৰগোটা গুণ জানিবা বিপ্রৰ
স্বভাৱ লগতে জাত।
এহি ব্রাহ্মণৰ চতুর্ব্বর্গ সাথে
নভৈলে নষ্ট সাক্ষাত॥
শম দম তপ শৌচ ক্ষমা ঋজু
আস্তিক্য জ্ঞান বিজ্ঞান।
এহি নৱ গুণ জানিবা বিপ্রৰ
শুনা আৰ অৰ্থ যেন॥১৩১৭
ইন্দ্রিয়ক দমি মনক নিয়মি
তপ কৃচ্ছ চান্দ্রায়ণ।
অনুভৱ কাৰ্য্য বিজ্ঞানে বোলয়
শাস্ত্রজ্ঞকে বোলে জ্ঞান॥

মাটি জলে বাহ্য শুদ্ধি কৰিলেক
ভাৱে শুদ্ধ অভ্যন্তৰ।
পৰে ভৰ্ৎসিবাতো সহি ৰহিবেক
বক্র এৰি নিৰন্তৰ ॥১৩১৮
কাম ক্রোধ এৰি স্বৰূপ বুলিয়া
প্ৰাণৰ চিন্তিব হিত।
কিমতে সংসাৰ এৰাইবাক পাৰি
উপায় চিন্তিব নিত ॥
ইটো বাহু গুণ যুগুত ব্ৰাহ্মণ
অৱশ্যে থাকিবে লাগে।
সত্বগুণাধিক ৰজো অল্পমান
জানিবাহা মহাভাগে ॥১৩১৯
ক্ষত্ৰিয়ৰ ধৰ্ম্ম শূৰ পৰাক্ৰম
প্ৰগল্ভ দান শকতি।
ধৈৰ্য্য হৈব বুদ্ধি নপলাইব যুজি
স্বধৰ্ম্ম সাধিব আতি ॥
লোক নিয়ামক সমৰ্থ হৈবেক
ক্ষত্ৰিয়ৰ গুণচয়।
ৰজ সত্ব মিশ্ৰে কিন্তু ৰজোধিক
জানিবাহা ধনঞ্জয় ॥১৩২০
বৈশ্যৰ স্বধৰ্ম্ম কৃষি বাণিজ্যক
আৰো গৰু ৰাখিবেক।

তমো ৰজোগুণে মিশ্ৰে যে বৈশ্যৰ
কিন্তু তমো অতিৰেক ॥
তিনিয়ো বৰ্ণৰ শূদ্ৰ নিৰন্তৰ
সেৱা কৰে যথোচিত ।
বেদ বিবৰ্জিত দ্বিজত্ব ৰহিত
কেৱল তমো সহিত ॥১৩২১
আপোন কৰ্ম্মত থাকি স্বধৰ্ম্মত
তাতে নিষ্ঠা কৰি বুদ্ধি ।
জ্ঞান ভক্তি কৰ্ম্ম দুইকো সাধিবেক
অৱশ্যে পাইবেক সিদ্ধি ॥
লোক নিয়ামক ঈশ্বৰক ভজি
অন্তৰ্য্যামী নাৰায়ণ ।
স্বধৰ্ম্মত থাকি জগত ব্যাপক
সেৱিব তান চৰণ ॥১৩২২
আত্ম ধৰ্ম্ম এৰি পৰ ধৰ্ম্ম ধৰি
যদি সঙ্গে শুদ্ধভাৱে ।
তথাপি তাহাৰ দুখ মাত্ৰ সাৰ
অন্তে সি নৰক পাৱে ॥
আপোন কৰ্ম্মক সাঙ্গে নোৱাৰয়
অল্প মাত্ৰ কৰে যদি ।
কৰ্ম্ম অঙ্গহীন নামে দূৰ হয়
তথাপি পাৱয় সিদ্ধি ॥১৩২৩

হিংসাধৰ্ম্ম দেখি যুদ্ধ এৰা সখি
স্বধৰ্ম্মত হিংসা ভয়।
ভিক্ষা মাগি খাইবে আলচ কৰাহা
তাহাতো দোষ আছয়॥
আপোন ধৰ্ম্মত যদি দোষ থাকে
দোষ নমানিবা বৰ।
যেনে গোৰোচনা গোমাংসতে থাকে
তথাপি পৱিত্ৰ দৃঢ়॥১৩২৪
কৰ্ম্মৰ সঙ্গত দোষ গুণ বস্ত
সঙ্গে জাত ভৈলা আগে।
তাৰ দোষ এৰি গুণ লৈব মাত্ৰ
কৰ্ম্ম নকৰিয়ো ত্যাগে॥
ধূম্ৰ অগ্নি যেন দুয়ো সঙ্গ লৈলা
একে সঙ্গে জাত হয়।
তথাপিতো নৰে অগ্নি সেৱা নেৰে
ধূমৰো দুখ সহয়॥১৩২৫
শীত নিবাৰিতে অন্নক ৰান্ধন্তে
যজ্ঞার্থে কৰয় হোম।
এতেক সময়ে অগ্নিৰ সঙ্গত
বৰ দুখ দেয় ধূম॥
হেন জানি নৰ স্বধৰ্ম্ম ভিতৰ
কৰ্ম্ম কৰিয়োক আগ।

সঙ্গ পৰিহৰি অহঙ্কাৰ এৰি
ফল কৰিয়োক ত্যাগ ॥১৩২৬
কৰ্ম্মবন্ধ নাশে সত্ত্ব শুদ্ধি হোৱে
নিষ্কাম সিদ্ধিক পাৱে।
সংসাৰ এৰাই মোৰ পদ পাই
পাচে বহে ব্ৰহ্ম ভাৱে ॥
স্বধৰ্ম্মৰ মত কহিলো সমস্ত
জানিয়োক ধনুৰ্দ্ধৰ।
মিশ্ৰে কহে নৰ কৃষ্ণ সেৱা কৰ
হৰি বোলা নিৰন্তৰ ॥১৩২৭



## পদ

কৃষ্ণে যে বোলন্ত এহি জানা তত্ত্ব সাৰ।
আমাক পাইবাৰ সাধন কহো তাৰ ॥
সাত্ত্বিক বুদ্ধিয়ে মন ৰাখিব নিশ্চলে।
ৰাগ দ্বেষ বিষয়ক এৰিব সকলে ॥১৩২৮
অল্পাহাৰে নিয়মিব কায় বাক্য মন।
পবিত্ৰ নিৰ্জ্জন স্থানে ৰাখিব আসন ॥
অহঙ্কাৰ কাম ক্ৰোধ লোভ মোহ যত।
মনৰ যতেক বৃত্তি এৰিব সমস্ত ॥১৩২৯

এমতে চিন্তনে শূন্যে ৰাখিবেক মন।
তেৱে জন্ম মৃত্যু এৰাইবেক সেহিক্ষণ ॥
সমস্ত প্ৰাণীত মোক দেখে নিৰন্তৰ।
তেৱে অন্তৰঙ্গ ভক্তি হৈব পুৰুষৰ ॥১৩৩০
এমত স্বধৰ্ম্ম জ্ঞানে ভক্তি আৱৰয়।
সেহিসে মোহোৰ নিজ স্বৰূপ পাৱয় ॥
ব্যাপক ঈশ্বৰ মই চিদানন্দ ৰূপ।
এহিখানি জানি পায় মোহোৰ স্বৰূপ ॥১৩৩১
মোহোত আশ্ৰয়ে কৰ্ম্ম কৰিব সমস্ত।
আতে মোৰ পদ পাৱে উত্তম শাশ্বত ॥
হেন জানি মোত তুমি অৰ্পি কৰ্ম্ম কৰা।
মোক চিন্তি সৰ্ব্বদায়ে আপুনি উদ্ধাৰা ॥১৩৩২
মইসে পৰম শুদ্ধ আশ্ৰয় তোমাৰ।
মোৰ প্ৰসাদত থাকি তৰিবা সংসাৰ ॥
কৃষ্ণে বোলে স্বৰূপত পাণ্ডুৰ নন্দন।
অহঙ্কাৰে নুশুনিবা মোহোৰ বচন ॥১৩৩৩
যেন অন্ধ নৰে পৰস্পৰে কৰ্ম্ম কৰে।
কৰ্ম্মফল ছুয়ো মিছা তভো তাতে মৰে ॥
যদি শাস্ত্ৰ উপদেশ স্বধৰ্ম্মক কহে।
বোলে নকৰিলে কেনে পিতৃ পিতামহে ॥১৩৩৪
ধৰ্ম্মজ্ঞ পণ্ডিত বুলি আপোনাক মানে।
বোলে বন্ধু বধি পাপ কৰো কি কাৰণে ॥

এহি বুলি তুমি স্বধৰ্ম্মত হৈবা ভ্ৰষ্ট।
আৰ পুৰুষাৰ্থ যত সবে হৈব নষ্ট॥১৩৩৫
যত ধৰ্ম্মধ্বজী কৰে আপোনাৰ ইচ্ছা।
পৰাধীনে দৰ্প কৰে সকলো যে মিছা॥
যেন নাক বিন্ধা গৰু নাকে জৰী দেয়।
পিঠিত বিস্তৰ ভাৰ দিয়া টানি নেয়॥১৩৩৬
তুমি পৰতন্ত্ৰ পুনু প্ৰকৃতিৰ বশ্য।
প্ৰকৃতি কৰাৱে যত কৰিবা অৱশ্য॥
স্বভাৱতে যুদ্ধ হিংসা ধৰ্ম্ম ৰজোগুণ।
অৱশ্যে ক্ষত্ৰিয় ধৰ্ম্ম প্ৰৱৰ্ত্তাৱে পুন॥১৩৩৭
আৰো দেখা তোমাৰ পূৰ্ব্বৰ সংস্কাৰে।
হিংসা কৰি পশু কাটি আছে বাৰম্বাৰে॥
পূৰ্ব্বৰ সংস্কাৰে যুদ্ধ কৰাইব সাক্ষাত।
কোনে এৰাইবাক পাৰে প্ৰকৃতিৰ হাত॥১৩৩৮
পূৰ্ব্বৰ সংস্কাৰে যুদ্ধ কৰাইবো তোমাক।
অহঙ্কাৰে বদ্ধ নুশুনাহা মোৰ হাক॥
প্ৰকৃতিৰ বশ্য দেখা সমস্ত জগত।
আৰো শুনা কহো মোৰ আপোনাৰ মত॥১৩৩৯
হৃদয়ত আছে দেখা এগোটা ঈশ্বৰ।
তাহাৰ মায়াতে ভ্ৰমে যত চৰাচৰ॥
যেন কাষ্ঠে নিৰ্ম্মি যন্ত্ৰ সাজে সূত্ৰধাৰে।
জীৱ নপাইলাতো যন্ত্ৰ আপুনিসে ফুৰে॥১৩৪০

সেহিমত অঘট ঘটাৱে মায়া তাৰ ।
যাৰ আগে খানিকো নৰহে অহঙ্কাৰ ॥
অহঙ্কাৰ এৰি আৰে তাহান চৰণে ।
সৰ্ব্বদায়ে দৃঢ় বুদ্ধি লৈয়োক শৰণে ॥১৩৪১
ভজিলে ভক্তৰ বশ্য হোন্ত তাত কাল ।
যাৰ পৰে সংসাৰত নাহিকে কৃপাল ॥
সেহি ঈশ্বৰক ভক্তি প্ৰসাদক পাই ।
পৰম আনন্দ লভি সংসাৰ এৰায় ॥১৩৪২
সমস্ত উপৰি সাৰ আত্মন্ত গীতাৰ ।
তোমাৰ আগত কহিলোহো তত্ত্ব সাৰ ॥
তুমি মোৰ প্ৰিয়তম সবাহাতে চাই ।
মোত পৰে কাৰুণিক ত্ৰিভুৱনে নাই ॥১৩৪৩
বেদশাস্ত্ৰ তন্ত্ৰ মন্ত্ৰ জ্ঞান অষ্টাঙ্গৰ ।
ততোধিক গুহ্য কহিলোহো গুহ্যতৰ ॥
সৰ্ব্বশাস্ত্ৰ মথি গীতা কহিলোহো মুখে ।
তুমিয়ো শুনিলা তাক পৰম উৎসুকে ॥১৩৪৪
সুহৃদ বুলিয়া যদি মোৰ বাক্য ধৰা ।
এহি ধৰ্ম্ম বিধি যেহি লাগে তাকে কৰা ॥
বাক্য শুনি পাৰ্থে কিছু নেদিলা উত্তৰ ।
অৰ্জ্জুনৰ মনক লক্ষিলা দামোদৰ ॥১৩৪৫
পুনু কৃপা কৰি বোলে ভকতবৎসল ।
গীতাৰ মাহাত্ম্য যত কহিবো সকল ॥

বিষয় উন্মুখে যত থাকিয় সংসাৰে।
সমস্ত গীতাৰ অৰ্থ লৈবাক নপাৰে ॥১৩৪৬
পৰম গম্ভীৰ অৰ্থ সাগৰৰ নয়।
সসাঙ্গে লৈবাক নপাৰয় ধনঞ্জয় ॥
গুহ্যাৎ গুহ্যতৰ গুহ্যতম যাক বোলে।
সাৰক উদ্ধাৰি অৰ্থ লৈলন্ত গোপালে ॥১৩৪৭
যেহেন ভ্ৰমৰে পুষ্প ফুৰে চাই চাই।
পুষ্প গন্ধ ভুয়ো থাকে মধু লৈয়া যায় ॥
সেহিমতে কৃষ্ণে পাচে সমস্ত গীতাৰ।
ৰহস্যবো ৰহস্যক মথি লৈলা সাৰ ॥১৩৪৮
কৃষ্ণে বোলে গোপ্যবো ৰহস্য কহো নিষ্ট।
যাত তুমি প্ৰিয় যে সুহৃদ মোৰ ইষ্ট ॥
একে ভক্ত আৰু শিষ্য তাতে দৃঢ় চিত্ত।
সিকাৰণে পৰম গুহ্যক কহো আত ॥১৩৪৯

——

# ঘোষা

হৰি বোল হৰি বোল মাধৱ ৰাম ॥

## ঝুনা

ৰহস্য ভক্তিৰ কহো সাধনে ।
মোক হৃদি ধৰি নেৰিবা মনে ॥
মইসে জানিবা পৰম গতি ।
এহি জানি কৰা দৃঢ় ভকতি । ১৩৫০
মোকেসে ভজিবা পূজিবা নিত্য ।
মোৰ নাম লৈবা একাগ্ৰ চিত্ত ।
কৰি দণ্ডৱত পৰি লুটিয়া ।
ভয় লাজ দুয়ো যাইব টুটিয়া ॥ ১৩৫১
যদি যাহা তুমি গ্ৰাম সমাজে ।
মোহোৰ স্মৰণ নেৰিবা লাজে ।
স্তুতি নিন্দা দুইতো নেদিবা কাণ ।
যেহেন ফুৰিবা বাতুল থান ॥ ১৩৫২
অজিত ঈশ্বৰ ভকতে জানে ।
আক সখি তুমি জানিবা মনে ॥
এতকাল কেনে নভজো আমি ।
এহি বুলি কান্দিবাহা তুমাহুমি ॥ ১৩৫৩
ইমত মহা প্ৰেম উৰ্মি উঠি ।
বিষয় বাসনা যাইবেক টুটি ॥

মোহোৰ কথাত কৰিবা ৰতি।
এতেকে পাইবা পৰম গতি ॥১৩৫৪
বৈকুণ্ঠে থাকি হৈবা পাৰিষদ।
সানন্দে পাইবা মোহোৰ পদ ॥
আনন্দে ফুৰিবা মোৰ জগত।
পৰম গতিক পাইবা সমস্ত ॥১৩৫৫
হৈবা চতুৰ্ভুজ আনন্দময়।
গুচিব কাল সংসাৰৰ ভয় ॥
বিখানি গীতাৰ সমস্ত অৰ্থ।
শুনা সখি হেৰা কহিলো তথ্য ॥১৩৫৬
অতি গুহ্যতৰ কহোঁ প্ৰত্যেক।
সব এৰি হৈযা শৰণ এক ॥
সমস্ত ধৰ্ম্ম সবে পৰিহৰা।
দৃঢ় মোত মাত্ৰ বিশ্বাস কৰা ॥১৩৫৭
যাহাক শৰণ এক বোলয়।
তাৰ তত্ত্ব কহো শুনা নিৰ্ণয় ॥
কেৱল কৃষ্ণক শৰণ লই।
ঈশ্বৰ ভজিয়া [illegible] ॥১৩৫৮
মোক ভজে মাত্ৰ এৰি সকলে।
শৰণ যে এক ইহাক বোলে ॥
মোত দৃঢ় কৰি মন সন্তোষে।
নপাৰে বিধি নিষেধৰ দোষে ॥১৩৫৯

যদি বোলা ধৰ্ম্ম এৰিলে পাপ।
তাহাৰ নিমিত্তে নকৰা তাপ॥
যিটো এক মোত শৰণ হোৱে।
জন্ম কোটি পাপ ভস্মক পাৰে॥১৩৬০
মোহোক ভজিলে কাহাত ভয়।
সমস্ত পাতক তৰাইবো মই॥
সৰ্ব্ব ধৰ্ম্ম এৰি হৰি ভজনে।
শুনিয়ো পণ্ডিত আশ্চৰ্য্য মনে॥১৩৬১
যেবেসে ধৰ্ম্মক এৰয় নৰ।
কোন যে পাপ আছে তাত পৰ।
বোলে প্ৰলোভ বাক্য কৃষ্ণৰ।
এহি বুলি বিশ্বাস নকৰে নৰ॥১৩৬২
যদি শাস্ত্ৰ পঢ়ি আছে সাক্ষাত।
স্বৰূপত নিজ্জিজ্ঞাসয় তত্ত্ব॥
তপ জপ যজ্ঞ দান চিন্তন।
দৃঢ় বিশ্বাসৰ সবে সাধন॥১৩৬৩
মোহোত নভজে সবে একান্ত।
পঢ়িয়া শাস্ত্ৰক হায় বিভ্ৰান্ত॥
যদি শাস্ত্ৰ জ্ঞানে অৰ্থক পাই।
তথাপি মোহোত বিশ্বাস নাই॥১৩৬৪
আৰো মায়া মোহ আছে জগত।
একেকে মোহাৰ নজানে তত্ত্ব॥

কহিলো তোমাত সাৰ পূৰ্ব্বত ।
দ্বিতীয় তৃতীয় অধ্যায়ত ॥১৩৬৫
ব্যৱসায়াত্মিকা যাহাক বোলে ।
সৰ্ব্ব ধৰ্ম্ম এৰি ভজা সকলে ॥
দুয়ো বাক্য এক জানিবা তত্ত্ব ।
হেৰা অষ্টাদশ কৈলো বেকত ॥১৩৬৬
মোত যাৰ ভৈলা বিশ্বাস দৃঢ় ।
সেহিসে জানিবা পণ্ডিত বৰ ॥
প্ৰিয় বুলি মাত্ৰ মোকেসে মানে ।
মোহোৰ স্বৰূপ সেহিসে জানে ॥১৩৬৭
সকলো ভক্তিৰ এখানি সাৰ ।
বিশ্বাস দৃঢ় পৰে নাহি আৰ ॥
যিখানি আছিল ৰহস্য ভাগ ।
প্ৰিয় ভক্ত বুলি কহিলো তাক ॥১৩৬৮
কহয় মিশ্ৰ যে বিপ্ৰ গোবিন্দ ।
পুনৰপি বন্দো পদাৰবিন্দ ॥
ধৰিবা চৰণে মনত কৰি ।
ডাক চাৰি সবে বুলিয়ো হৰি ॥১৩৬৯

---

# গীতা-মাহাত্ম্য

## পদ

কৃষ্ণে বোলে স্বৰূপ শুনিয়ো ধনঞ্জয়।
যত বেদ অৰ্থচয় গীতাত আছয়॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সবাহাৰ মূল।
স্বৰূপত গুৰু মই মোৰ লৈবা বোল॥১৩৭০
হেন গীতা শাস্ত্ৰ নকহিবা যাক তাক।
যেই গীতা সেহ মই স্থিৰ জানিযোক॥
অভক্তত নকহিবা বাধো বাৰম্বাৰ।
নকহিবা স্বধৰ্ম্মত নিষ্ঠা নাহি যাৰ॥১৩৭১
গুৰু ঈশ্বৰকো সেৱা হুইকো নকৰয়।
একো কালে তাক নকহিবা ধনঞ্জয়॥
শুনিবাক শ্ৰদ্ধা নকৰয় যিটো নৰ।
যিটো নজানয় মোক বুলিয়া ঈশ্বৰ॥১৩৭২
মোক নিন্দা কৰি অহঙ্কাৰে বোলে বাক।
তাক নকহিবা মই নিষ্ঠে দিলো হাক॥
শুনিবাক ইচ্ছা কৰে পুত্ৰ সম শিষ্য।
যদি যোগ্য হোৱে তাক কহিবা অৱশ্য॥১৩৭৩
যাক কহিবা নকহিবা সকলো কহিল।
আৱে ব্যাখ্যা কৰন্তাৰ শুনা কহো ফল॥

এহি গীতা শাস্ত্রক যিজনে ব্যাখ্যা কৰে।
মোৰ অতি প্ৰিয় কৰ্ত্তা নাহি তাত পৰে ॥১৩৭৪
তাৰ মান পৰিতোষ কৰ্ত্তা আছে কোন।
ইহ পৰকালে নুহিবেক কোন জন ॥
তাৰো প্ৰিয় কৰ্ত্তা নাহি মোৰ ব্যতিৰেক।
ইহকাল নাহি পৰকাল নুহিবেক ॥১৩৭৫
সেহি মই এক ভিন্ন নাহি কদাচিত।
মোহোৰ পদক পাই হোৱে আনন্দিত ॥
অৰ্থ লৈয়া ব্যাখ্যা কৰে কহিবো নিৰ্ণয়।
পাঠ মাত্ৰ কৰে ফল শুনা ধনঞ্জয় ॥১৩৭৬
মনে অৰ্থ জানি যিটো জনে পঢ়ে গীতা।
সংসাৰ তৰিবে আৰ কোন আছে চিন্তা ॥
জীৱন্তে সি মুক্ত তিনি তাপ গুচে তাৰ।
সদা বৈকুণ্ঠত থাকি কৰয় বিহাৰ ॥১৩৭৭
যত যজ্ঞ আছে তাত জ্ঞান যজ্ঞ শ্ৰেষ্ঠ।
সেহি জ্ঞানে মোত মতি কৰাৱে প্ৰবিষ্ট ॥
অৰ্থকো নজানে যিবা পাঠ মাত্ৰ কৰে।
তাক শুনি বোলো মোক কোনে ডাক পাৰে ॥১৩৭৮
মোৰ নাম গুণ কথা গোপ্য কোনে কহে।
দয়াৰে আকুল হওঁ শৰীৰে নসহে ॥
আথে বেথে যাওঁ মই চাপো সন্নিহিত।
দেখিয়া তাহাক মই হওঁ আনন্দিত ॥১৩৭৯

পৰম আনন্দে পাঠ শুনি থাকো তাকে।
যেন মুখে অমৃত কলস নিয়া থাকে॥
কিছু পঢ়ি আৰ নপঢ়য় যিটো জন।
তবু এৰি যাইবাক মোৰ নাই মন॥১৩৮০
সেহি হেতু কৃতকৃত্য লাগে মনে তাৰ।
মই নযাওঁ বোলে গীতা পঢ়ে আৰোবাৰ॥
ঈশ্বৰত পৰে যেন দেৱ নাহি আৰ।
যত শাস্ত্ৰ আছে তুল্য নাহিকে গীতাৰ॥১৩৮১
মোৰ নাম গীতা আৰ জানা মহাভাগ।
নিষেধ বিধিয়ে দুইকো নপাৰয় লাগ॥
সংসাৰত তাক লাগি নাহিকে উপমা।
নপাৰো কহিতে মই তাহাৰ মহিমা॥১৩৮২
নিস্তৰ তৰিল অজামিল আদি কৰি।
আন কিছু নকৰিলা নাম মাত্ৰ স্মৰি॥
এবে কহো শুনিবাৰ ফল যেন হয়।
আনে পঢ়ে শ্ৰদ্ধা কৰি অন্যে যে শুনয়॥১৩৮৩
তাৰ যত পাতক সকল ভস্ম যায়।
যেন কাষ্ঠ পুৰি অগ্নি আপুনি নুমায়॥
অশ্বমেধ যজ্ঞ কৰি পাৰে সত্যলোক।
সিয়ো তাত বঞ্চি অনুক্ৰমে পাৰে মোক॥১৩৮৪
তাৰ এক শত যে পুৰুষ বাপ ভাই।
পাপক এৰাইয়া স্বৰ্গপথে চলি যাই॥

একগোট শ্লোক যদি শুনয় গীতাৰ।
তথাপি যমৰ তাত নাহি অধিকাৰ ॥১৩৮৫
কৃষ্ণে বোলে গুহ্য মই দিলো উপদেশ।
বিশ্বাস নগৈলা কিবা গৈলা গুড়াকেশ ॥
বন্ধুবধ নিমিত্তে অজ্ঞান দুখ শোক।
যদি নুহি গুচে তেবে পুণু কাহয়োক ॥১৩৮৬
পাৰ্থে বোলে তুমি গুৰু দেৱ ভগৱান।
তুৱা পদ প্ৰসাদে লভিলা দিব্যজ্ঞান ॥
যিবা অহঙ্কাৰ মোৰ প্ৰকৃতিৰ ইচ্ছা।
আবেসে জানিলো সাঙ্গোপাঙ্গে সব মিছা ॥১৩৮৭
গুচিল সংশয় মোৰ ভ্ৰম পৰিহৰি।
যুদ্ধক উঠিলো তযু আজ্ঞা শিৰে ধৰি ॥
সঞ্জয় বদতি শুনা অম্বিকাৰ সুত।
কৃষ্ণাৰ্জ্জুন সম্বাদ শুনন্তে অদভুত ॥১৩৮৮
শুনিলো আনন্দে চিত্ত হয় ৰোমাঞ্চিত।
সংসাৰৰ তাপ গুচি হোৱে কৃতকৃত্য ॥
তন্ত্ৰ মন্ত্ৰ বেদ শাস্ত্ৰ জ্ঞান অষ্টাঙ্গৰ।
সবাৰো ৰহস্য সাৰ দুৰ্ল্লভ দেৱৰ ॥১৩৮৯
যদি তুমি হেনয় সংশয় কৰা মনে।
দেৱৰ দুৰ্ল্লভ যদি তুমি পাইলা কেনে ॥
চতুৰ্ব্বৰ্গ সাধে কৃষ্ণাৰ্জ্জুন সংবাদে।
কৃষ্ণ কৃপা পাইলো ব্যাস চৰণ প্ৰসাদে ॥১৩৯০

ব্ৰহ্মা হৰে বিশ্বৰূপ নাহি দেখে যাক।
ব্যাসে দিল দিব্যচক্ষু দেখিলোহো তাক।।
কৃষ্ণে বোলে যিবা হেতু নজানে ঈশ্বৰ।
যত বেদকৰ্ত্তা মানে গুণৰ ভিতৰ।। ১৩৯১
বেদবাক্য ঈশ্বৰৰ আনে নজানয়।
আন্তে কৃষ্ণে সাক্ষাত আপোন মত কয়।।
মই এবে পৃথিবীক কলি আসি ভৈলা।
আতে আত্মৰূপী গীতা মূৰ্ত্তি থৈয়া গৈলা।।১৩৯২
মাধৱে বোলন্ত কলিকালে গতি নাই।
মোহোত বিশ্বাস দৃঢ় তেন্তে গতি পায়।।
এহি গীতা শ্ৰদ্ধা কৰি শুনয় শুনাৱে।
সংসাৰ তৰিয়া ছয়ো জনে গতি পাৱে।।১৩৯৩
গীতা শুনিবাত পিয়ে অমৃতৰ ঘট।
জানিবাহা গীতায়ে মুক্তিৰ ফল গোট।।
কৃষ্ণ যোগেশ্বৰে গীতা কহিলা সাক্ষাত।
পৰম গতিক পাইবা কোন চিত্ৰ তাত।।১৩৯৪
এবে তুমি ৰাজা পুত্ৰশোক পৰিহৰা।
কৃষ্ণত শৰণ লৈয়া চৰণত ধৰা।।
যাৰ পক্ষে আপুনি আছন্ত চক্ৰপাণি।
পাণ্ডৱৰ অসাধ্য আছয় কোনখানি।।১৩৯৫
গাণ্ডীৱ ধনুক ধৰি যুদ্ধে ধনঞ্জয়।
তাৰ কোন কালত আছয় পৰাজয়।।

কৃষ্ণেসে সুহৃদ সখা প্ৰিয় গুৰু প্ৰাণ।
কৃষ্ণ বিনা পাণ্ডৱে নজানে কোনো আন ॥১৩৯৬
যাৰ কৃষ্ণ প্ৰিয় তাৰ কোন কাজে ভয়।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ ইঙ্গিততে হয় ॥
ৰাজ্য লক্ষ্মী বিভৱ পাণ্ডৱে পাইল পুন।
কৃষ্ণৰ প্ৰসাদে যে অসাধ্য আসে কোন ॥১৩৯৭
এবে তুমি হেন কাৰ্য্য কৰা মহাবল।
ৰাজ্য ধন হৰিপদে সমৰ্পা সকল ॥
কৃষ্ণ পূৰ্ণব্ৰহ্ম জানি ভজা বন্ধুজন।
অহৰ্নিশে নেৰিবাহা তাহাৰ স্মৰণ ॥১৩৯৮
তান নাম স্মৰি কৰ্ম্ম জন্ম গুণ গাইবা।
এহি খানি কৰি অনায়াসে গতি পাইবা ॥
মই কহিলোহো কৃষ্ণ অৰ্জ্জুন সংবাদ।
শ্ৰদ্ধায়ে শুনিলে পাইবা পৰম আহ্লাদ ॥১৩৯৯
যতেক পাইবা তুমি পাইবা পুণ্যৰাশি।
অল্পতে বৈৰাগ্য গোট মিলিবেক আসি ॥
সত্ত্ব শুদ্ধি ভৈলে জ্ঞান হৈব পৰিপক্ক।
যত কৰ্ম্ম সিজিল নলাগে কহিবাক ॥১৪০০
ৰাজ্য ভোগ আনন্দত পুণ্য ভৈলা হত।
অসন্তোষ ভৈল ধন পুত্ৰৰ শোকত ॥
শোক আনন্দত পাপ পুণ্য ভৈলা হত।
সংবাদ শ্ৰৱণে মুক্তি কৰাইবে অল্পত ॥১৪০১

কৃষ্ণৰূপ আলিঙ্গিয়া হৃদি মধ্যে ধৰা।
ৰাতুল চৰণ মনে বাৰেক উচ্চৰা॥
কহয় গোবিন্দ মিশ্রে শুনা সৰ্ব্বলোক।
অল্পমতি জানি নিন্দা নকৰিবা মোক॥১৪০২
কিন্তু সবাহাতো মোৰ এগোটা গোচৰ।
ভয় ৰামকৃষ্ণ বুলি ঘোষা নিৰন্তৰ॥১৪০৩

———

(অষ্টাদশ অধ্যায় সমাপ্ত)

— শেষ —